প্ৰকাশকৰ আলোচনী সৈতে

# মণিকূট।



৺ৰামচন্দ্ৰ দাস বিৰচিত।



প্ৰকাশক ;—

শ্ৰীবিষয়চন্দ্ৰ বিশ্বাসী।



হাজো।

শক ১৮৩০।





বেচ আধলী এটি মাথোন।



শ্ৰীশ্ৰীহয়গ্ৰীৱ মাধৱ মহাপ্ৰভুৰ

শ্ৰীশ্ৰীচৰণ-কমল-উদ্দেশে

আন্তৰিক প্ৰেম-প্ৰীতি,

শ্ৰদ্ধা আৰু ভক্তিৰে

সৈতে

এই পুথিখনি ৰচক, লেখক

আৰু প্ৰকাশক

তিনিৰো ইহ পাৰত্ৰিক মঙ্গলাৰ্থে,

প্ৰকাশক কৰ্ত্তৃক

উছৰ্গা কৰা হল।

# আলোচনী

আসাম প্ৰদেশৰটো কথায়ে নাই এনে কি গোটেই ভাৰতৰ ভিতৰটো বিশেষকৈ কামৰূপ খণ্ড সুপৱিত্ৰ হিন্দু-তীৰ্থ-ক্ষেত্ৰাদিৰ নিমিত্তে প্ৰসিদ্ধ। ইয়াৰ ভিতৰত এনে এখনি ঠাই নাই, যে তাত কোনো এখনি তীৰ্থ-স্থান নাই। ব্ৰহ্ম-পুত্ৰ নদ ব্ৰহ্মকুণ্ডৰ পৰা ওলাই এই ঠাই ডুখৰৰ মাঝেৰে বৈ গৈ ইয়াক উত্তৰ আৰু দক্ষিণ এই দুভাগত বিভক্ত কৰিছে। উত্তৰ ভাগক উত্তৰ, আৰু দক্ষিণ ভাগক দক্ষিণ কূল বোলে। দক্ষিণ কূলত কৈ উত্তৰ কূলত তীৰ্থ-ক্ষেত্ৰৰ সংখ্যা সৰহ। এই বিলাক তীৰ্থস্থানৰ ভিতৰত প্ৰাগ্‌জ্যোতিষ্পুৰৰ (বৰ্ত্তমান গুৱাহাটীৰ) পোন্ধৰ মাইল দূৰ, ব্ৰহ্মপুত্ৰ নদৰ উত্তৰ দাতিত থকা হাজোৰ মাধৱ, কেদাৰ, গণেশ, কামেশ্বৰ আৰু কমলেশ্বৰ এই পাঁচখন দেৱালয় বিশষকৈ বৈষ্ণৱ, শৈৱ, আৰু শাক্ত, তিনিও সম্প্ৰদায়ৰে অতি সুপৱিত্ৰ স্থল। এই তীৰ্থক্ষেত্ৰৰ মাহাত্ম্য-বিষয় 'যোগিনী তন্ত্ৰত' সবিস্তাৰিত লেখা আছে। ইয়াৰ স্থাপনা দ্বাপৰৰ শেষ আৰু কলিৰ ঠিক আদিতে হয়।

বৰ্ত্তমানে মাধৱ দেৱালয় বুলিলে ওপৰতকৈ অহা বাকী চাৰিখন দেৱালয়ো ইয়াৰ লগত থকা বুজায়। কাৰণ আমাৰ ৰজা ইংৰাজ গবৰ্ণমেণ্টৰ লগত অকল মাধৱ দেৱালয়ৰ নামেহে জমীজমা ইত্যাদিৰ বন্দৱস্ত।

মূল পুথিখনিত কেৱল মাধৱ দেৱালয়ৰ স্থাপনা আৰু তাৰ মাহাত্ম্য আদিৰে কথা কবিয়ে পদ-বন্ধে নিবন্ধন কৰি গৈছে। কিন্তু পুথিত বৰ্ণিত মতে দেৱালয়ৰ আজি সেই পূৰ্ব্বৰ সুচল অৱস্থা নাই; সময় পৰিবৰ্ত্তনৰ লগে লগে ইয়াৰো অনেক সান শলনি ঘটিছে। এই বিষয়

যেয়ে এবেলি মাধৱলৈ গৈছে সেয়ে আমাৰ উক্তিৰ যথাৰ্থতা বুজিব পাৰিছে।

কবিয়ে পুথিত লেখিছে "ইতিপূৰ্ব্বে উৰ্ব্ব নামে কোনো এজনা ঋষি আছিল; তেওঁ বহুদিন ধৰি বহু কষ্ট সহকৈ ঈশ্বৰ-আৰাধনা কৰে। এই আৰাধনাত সন্তুষ্ট হৈ মহাপ্ৰভুয়ে বিষ্ণুৰূপে ঋষিৰ আগত উপস্থিত হৈ বৰ যাচিলত, ঋষিয়ে স্তৱস্তুতি কৰি ইয়াকে সাধে "হে ব্ৰহ্মাণ্ডেশ্বৰ, পাপ-তাপ-বিনাশকাৰী হৃষিকেশ! ঘোৰ দোৰ্দ্দণ্ড-প্ৰতাপী, দেৱ-দ্বিজ হিংসা-কাৰী পাপীষ্ঠ হয়াসুৰৰ উপদ্ৰৱত আজি আপোনাৰ সৃষ্ট এই পৃথিবী ৰাজ্য প্ৰায় জেৰ-বেৰ!! কেতিয়া যেই ৰসাতললৈ যায় তাৰ কোনো নিশ্চয় নাই। এতেকে প্ৰভো! কৃপা কৰি যেন এই দুৰ্ব্বাৰ অসুৰক সংহাৰ কৈ বসুন্ধৰা দেৱীক অবশ্যম্ভাবী বিপদৰ পৰা মোকলাই, আপোনাৰ দীনতাৰণ নামৰ সাৰ্থকতা ৰক্ষা কৰি, কলিৰ পাপ-কলুষিত জীৱৰ উদ্ধাৰ অৰ্থে স্বমূৰ্ত্তিৰে, এই মণিকুট গিৰিৰ ওপৰত বিৰাজ থাকে, এইয়ে মোৰ প্ৰাৰ্থিত বৰ।" ইয়াতে ভগবান বিষ্ণু সন্তুষ্ট হৈ 'তথাস্তু' বুলি অন্তৰ্ধ্যান হয় আৰু হয়গ্ৰীৱৰূপে হয়াসুৰৰ নিধন সাধিলত, উড়িষ্যাধিপতি মহাৰাজ ইন্দ্ৰদ্যুম্নে সাগৰত উটি অহা যি দাৰু বৃক্ষেৰে শ্ৰীক্ষেত্ৰত জগন্নাথ মহাপ্ৰভুৰ মূৰ্ত্তি স্থাপন কৰিছিল, তাৰে এক অংশেৰে উৰ্ব্ব ঋষিয়েও হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি হাজোস্থিত মণিকুট পৰ্ব্বতৰ ওপৰত স্থাপন কৰে।" পুথিৰ বৰ্ণিত ঘটনা এইয়ে।

যিহক উৰ্ব্ব ঋষিৰ পাছত এই হয়গ্ৰীৱ-বিগ্ৰহ-ক্ষেত্ৰ আৰু তাৰ ওচৰ কাষৰৰ স্থান বিলাক ঘোৰ হাবিয়নীৰে ভৰ-পূৰ আছিল। আহোম ৰজা বিলাকৰ দিনত এই তীৰ্থ-ক্ষেত্ৰ চাক-চিকণ হয় আৰু কেইবা জনো ভূতপূৰ্ব্ব আসামাধিপতিয়ে দেৱালয়ৰ সেৱা পূজাৰ উন্নতিকল্পে প্ৰায় ৭২,০০০ দোন জমী দেৱোত্তৰ স্বৰূপে আৰু লগে লগে দেৱালয়ত কাজ-

কাম কৰিবলৈকে যথেষ্ট সেৱাইত-পাইক দি, মাটি-বৃত্তি চলাই, সেৱাইত আৰু পাইকে যাতে নিয়মিতৰূপে দেৱালয়ত খাটে, সেইবাবে দেৱালয়ৰ তৰফে পূজাৰী হতৰ ভিতৰৰে এজনক গুণী-জ্ঞানী বাচিলৈ, দলৈ উপাধি দি, অধ্যক্ষ পাতি, আগলৈকেও একে নিয়মে এই উপাধিধাৰী জনাৰ তত্ত্বাৱধানত দেৱালয় চলিবৰ নিয়ম-প্ৰণালী কৰি, তামৰ ফলি-আদিত ৰাজাদেশ পত্ৰ বুলি লেখিথৈ যায়। কিন্তু কালৰ সোঁতত, আসাম-ৰাজ-অভাৱত, এই দলই বিলাকৰ মতি, বুদ্ধি আৰু দেৱতাৰ প্ৰতি ভয়-ভক্তিৰ ন্যূনতা হেতু দেৱালয়ৰ আগৰ সুচল অৱস্থা ক্ৰমাৎ লোপ পাবয়ে ধৰিছে। দ্বিতীয়, যোৱা ভীষণ ভূমিকম্পতো দেৱালয়ৰ অনেক পৰিমাণে ক্ষতি হয়। তৃতীয়, উপযুক্ত শাসন অভাৱত, দেৱালয়-কাৰ্য্যত, সেৱাইত আৰু পাইক বিলাকৰ বৰ্ণজ নিজ কৰ্ত্তব্যত আওহেলা, ইও দেৱালয়ৰ পূৰ্ব্বশ্ৰী ভ্ৰষ্ট হোৱাৰ অইন এটি কাৰণ।

কবিৰ লেখামতে আজি এই মণিকুট পুথিখনি প্ৰায় ২২১ বছৰ আগৰ। ছুথৰ বিষয় পুথিৰ ভিতৰত কোনো ঠাইতে কেতিয়া কোন চনত আৰু কোন তাৰিখত এই পুথিখনি লেখা হৈছিল তাৰ কোনো উল্লেখ নাই ; কেৱল শেহত লেথকে মাঘ মাহৰ শুক্ল পক্ষৰ চতুৰ্থী তিথি, মঙ্গলবাৰৰ দিনা লেখা শেষ হল বুলি এটি সংস্কৃত শ্লোকত (১) অলপ উন্মুকিৱাই গৈছে।

পুথিখনিৰ ৰচক আৰু লেখক ছুজন মানুহ। ৰচোঁতাৰ নাম শ্ৰীৰামচন্দ্ৰ দাস আৰু লেখোঁতাৰ নাম দ্বিজ হৰিমিশ্ৰ। মূলখনি সাঁচিপতীয়া আৰু প্ৰতি পাততে ভিন্ ভিন্ ৰকমৰ ধুনীয়া ধুনীয়া লতা তোলা। আখৰ বিলাক দেখোঁতে যেন আজি লেখা বুলিহে বোধ হয়। পাত বিলাকত

(১) "মাৰ্গ শীৰ্ষে শীতে পক্ষে চতুৰ্থ্যাং ভৌম বাসৰে।
হৰি মিশ্ৰেণ বিপ্ৰেণ লিখিতা পুস্তিকা শুভা॥"

কাৰুকাৰ্য্য দেখি, আমাৰ পূৰ্ব্বপুৰুষ বিলাক যে চিত্ৰ-বিদ্যাতো অতি সুদক্ষ আছিল তাৰ বিশিষ্ট প্ৰমাণ পোৱা যায়। পুথিখনিৰ পদ-ৰচনা, উপমান্ আৰু উপমেয় এই দুইৰো সুমিলন আৰু সংযোজন, ভাৱৰ গম্ভীৰতা আৰু শ্ৰুতি-মাধুৰ্য্য ইত্যাদিৰে এইটো অতি সহজে ঠাৱৰ হয় যে, লেখক এজন ধাৰ্ম্মিক, সংস্কৃত আৰু অসমীয়া ভাষাত সুবিজ্ঞ পণ্ডিত আছিল। তেওঁ এঠাইত লেখিছে ;—

"মোৰ কৃত বুলি যেন পৰিহৰা দোষ।
কৃষ্ণ-কথা শুনি হুয়ো পৰম সন্তোষ॥
পঙ্ক হন্তে লভে জন্ম পদ্ম পুষ্পচয়।
পঙ্কক নলয়ে তাৰ পুষ্পক পিন্ধয়॥
সৰোবৰ হন্তে এই দৃষ্টান্তক পায়।
কৃষ্ণ-কথা পদ্মসম মই পঙ্ক প্ৰায়॥"

আৰু আন এঠাইত লেখিছে ;—

"দেখা কেনে বিপৰীত।
পায় নৰে প্ৰতিনিত॥
সংসাৰ অৰণ্য কাযে।
দেহ-গৃহ নিৰ্ম্মি আছে॥
মোহ-ৰজনীক পাই।
কাল-চোৰ ধায়া যাই॥
নৱগোটা সিন্ধি পাই।
সেহি ঘৰে পশি যাই॥
ধৈৰ্য্য-বিত্ত লৈয়া পাছে।
কৌতুক কৰিয়া নাচে॥

জ্ঞান-খড়্গ হাতে ধৰি।
বৈৰাগ্য ঢাকন কৰি॥
স্বধৰ্ম্ম-কৱচ গাৱে।
পিন্ধিয়োক দৃঢ়ভাৱে॥
বিবেক চক্ষুক মেলি।
জাগি থকা নিদ্ৰা হেলি॥
এহিমতে ধৈৰ্য্য বিত্ত।
ৰাখিয়োক প্ৰতিনিত॥
পাছে সেহি বিত্ত নিয়া।
মাধৱৰ পাৱে দিয়া॥"

ইত্যাদি।

কেনে চমৎকাৰ ৰচনা-কৌশল! কেনে সুন্দৰ উপমা!! কেনে সৎভাৱপূৰ্ণ আধ্যাত্মিক ভাবৰ সমাবেশ!!! এইয়ে আচল পণ্ডিতৰ পণ্ডিতালী, কবিৰ কবিত্ব! এনে সাধু পণ্ডিত বিলাকৰ যিঠাইত জন্ম আছিল, যি ভাষা এনে মহাত্মা সকলৰ মাতৃ-ভাষা আছিল, কোনে কয় আজি সেই দেশ অশিক্ষিত আৰু সেই ভাষা কোনো ভাষায়ে নহয়? তিনি চাৰি শ' বছৰ আগেয়ে যি দেশে, যি ভাষায়ে সাধু-সংসৰ্গত থাকি উন্নতিৰ জখলাৰ ওখ খাপত উঠিছিল, বৰ্ত্তমান অৱস্থাৰ লগত ৰিজালে এতিয়া তাৰ অৱনতিহে বুলিব পাৰি। আমি আজি জন্মভূমিৰ কুসন্তান জন্মিছিলোঁ, সেই নিমিত্তেহে আজি আমাৰ স্বদেশ আৰু স্বভাষাৰ প্ৰতি অৱজ্ঞা হেতু—আমাৰ প্ৰাণ প্ৰিয়তমা জন্মভূমিৰ—আৰু লগে লগে এনে সুললিত ভাষাৰ এই দীন-ভাৱ আৰু বিভিন্ন দেশীৰ মুখত অযথা নিন্দাবাদ! ধিক্ আমাৰ জন্ম! ধিক্ আমাৰ জীৱন!! আৰু ধিক্ আমাৰ বৰ্ত্তমান বিশ্ববিদ্যালয়ৰ শিক্ষা আৰু উপাধি!!! শিক্ষিত নাম পাইও

যেতিয়ালৈকে আমি আমাৰ দেশৰ, ভাষাৰ উন্নতি অৰ্থে এলাহ নিহালি এৰি যত্নপৰ নহম, যেতিয়ালৈকে আমি প্ৰাচীন কবি আৰু গ্ৰন্থকাৰ সকলৰ নাম চিৰস্থায়ী কৰিবলৈ চেষ্টিত নহম, যেতিয়ালৈকে 'ন' লেখক-লেখিকা' বিলাকক সহানুভূতিৰে উৎসাহিত নকৰিম, তেতিয়ালৈ আমাৰ উন্নতি আশা-সাগৰৰ অতি দ'গৰ্ভত। অলমতি বিস্তৰেণ। ইতি

হাজো।
১৮৩০ শক।

প্ৰকাশক।



# পাতনি ।

বহু যত্ন, বহু পৰিশ্ৰম আৰু ধন ব্যয় কৰি আজি হাজোৰ মণিকুট পৰ্ব্বত অধিষ্ঠিত হয়গ্ৰীৱ-মাধৱৰ এই উপাখ্যানখনি 'মণিকুট' নাম দি ৰাইজৰ আগত উলিয়াবলৈ আগ বাঢ়িলো। পাঠকমণ্ডলীৰ সুবিধাৰ অৰ্থে পুথিখনিক এঘাৰ খণ্ডত বিভক্ত কৰি প্ৰতি খণ্ডৰে এটি এটি নাম দি শেহত এটি পৰিশিষ্ট দিয়া হৈছে। আশা কৰোঁ। সহৃদয় পাঠকপাঠিকা সকলে মোৰ এই স্বেচ্ছাচাৰিতা দোষ নিজগুণে মাৰ্জ্জনা কৰিব। অলমতি বিস্তৰেণ।

হাজো।<br>১৮৩০ শক।

প্ৰকাশক

# সূচী।



## পৰিশিষ্ট।

# মণিকুট।



ঘোষা ॥ জয় জগ-জীৱন, মাধৱ ৰাম।
কেশৱ কমলাকান্ত, কৰোঁহো প্ৰণাম ॥

পদ ॥ প্ৰথমে প্ৰণমো গুৰুৰূপে দেৱ হৰি।
যাৰ ৰূপ-সুমৰণে সংসাৰ নিস্তাৰি ॥
মহাশান্ত, দান্ত, গুৰু বিগত বিকাৰ।
মহাজ্ঞানী ব্ৰহ্মচাৰী, হৰি অৱতাৰ ॥১
দিনে ৰাতি অচ্যুতৰ কথাক বিচাৰে।
জ্ঞান দান দিয়া শিষ্য সবক উদ্ধাৰে ॥
ভণে ভাগৱত শাস্ত্ৰ প্ৰসঙ্গৰ বেলা।
শ্ৰদ্ধা কৰি শুনে ভক্তে দূৰ কৰি হেলা ॥২
ভাগৱত কহন্তে পৰম ৰস পায়।
প্ৰেমানন্দে নয়নৰ লোতক ঝৰয় ॥
আছয় বিস্তৰ গুণ কি কহিবো তাক।
সদায়ে প্ৰণাম মই কৰিছো তোমাক ॥৩

কহো পূর্ব্ব কথা মন দিয়া সর্ব্বজনে।
মাধৱৰ থিতি কথা শুনা যেন কর্ণে॥
ইহাৰ শ্ৰৱণে মিলে ভকতি মুকুতি।
অন্তকালে পাইবা গৈয়া বৈকুণ্ঠত থিতি ॥৪
মোৰ কৃত বুলি যেন পৰিহৰা দোষ।
কৃষ্ণ কথা শুনি হয়ো পৰম সন্তোষ॥
পঙ্ক হন্তে লভে জন্ম পদ্ম পুষ্পচয়।
পঙ্কক নলৱে কিন্তু পুষ্পক পিন্ধয় ॥৫
সৰোবৰ হন্তে এই দৃষ্টান্তক পায়।
কৃষ্ণ-কথা পদ্ম সম মই পঙ্ক প্ৰায়॥
এতেকে শুনিয়ো কৃষ্ণ-কথাক আদৰি।
মোৰ বঢ়া-টুটা দোষ সব পৰিহৰি ॥৬
শুনা সভাসদ এই গুপ্ত কথা সাৰ।
পাৰ্ব্বতীত কৈলা হৰে কৰিয়া প্ৰচাৰ॥
মাধৱৰ জন্ম কথা পৰম শোভন।
এতেকে শুনিয়ো সবে ৰঙ্গ কৰি মন ॥৭
পাৰ্ব্বতী বোলন্ত "নাথ! দেৱৰো দেৱতা।
কৃপা কৰি ভাঙামোত জগতৰ ধাতা॥
মণিকুট গিৰিবৰে কিবা পুণ্য কৰি।
লভিলেক হয়গ্ৰীৱ ৰূপী দেৱ হৰি ॥৮

ইসব প্রশ্নৰ মোক দিয়োক উত্তৰ।”
পৰম ৰহস্য কথা ইটো দেৱবৰ ॥
মহেশে বোলন্ত “দেবি! তুমি ভাগ্যৱতী।
বেদতুল্য আগমক জানিবা সম্প্ৰতি ॥৯
কহো দেবি! পূৰ্ব্বকথা কৰিয়োক মন।
যেন মতে মাধৱৰ মূৰ্ত্তি উতপন ॥
আৰু এক কথা কহোঁ শুনিয়ো নিশ্চয়।
মহা যজ্ঞ পাতিছিল ইন্দ্ৰদ্যুম্ন ৰায় ॥১০
ইটো যজ্ঞে চিন্তাতুৰ হুয়া নৰপতি।
ৰাত্ৰি দিনে বাঞ্ছা কৰে প্ৰতিমাক প্ৰতি ॥
নজানো, নেদেখোঁ কেনে দেৱৰ ঈশক।
তিনিয়ো লোকৰ মাত্ৰ তুমি প্ৰকাশক ॥১১
সৃষ্টি, স্থিতি, সংহাৰ কাৰণ তুমি সম।
ইহেতু তোমাক বোলে পুৰুষ উত্তম ॥
চিন্তাৱিষ্ট হুয়া ৰজা কৰি কষ্ট মন।
ৰাত্ৰিদিনে নকৰন্ত শয়ন ভোজন ॥১২
নানাবিধ ভোগ আছে তাত স্পৃহা নাই।
শৰীৰৰ সংস্কাৰ এৰিলা সদায় ॥
শিলাবৃত, দাৰুময় ইটো পৃথিৱীত।
প্ৰতিমা কৰিতে প্ৰতি হোৱয় উচিত ॥১৩

বিষ্ণুৰ প্ৰতিমা যোগ্য কোন গোট হয়।
সমস্ত গুণৰে যিটো পৰম আলয় ॥
তিনিৰ মধ্যত কোন অতি প্ৰিয়তৰ।
সাদৰে অৰ্চ্চয় যাক দেৱ নিৰন্তৰ ॥১৪
কোন মূৰ্ত্তি পৃথিৱীত কৰিলে থাপন।
লোক সমস্তৰ হৈব প্ৰীতি সুশোভন ॥
এহি চিন্তি ইন্দ্ৰদ্যুম্ন ভৈলন্ত বিকল।
স্কন্ধ পাৰি ভূমিত শুতিলা মহাবল ॥১৫
মাধৱক ধ্যান কৰি চিত কৰি থিৰ।
শয়ন কৰিলা পাছে ৰাজা মহা ধীৰ ॥
এহি ভাৱে ৰজা যদি শয়ন কৰিলা।
জগতৰ গুৰু বাসুদেৱে দেখা দিলা ॥১৬
আপোনাক দেখাইলা ৰাজাৰ মন জানি।
পৰম সন্তোষ হুয়া প্ৰভু চক্ৰপাণি ॥
স্বপ্নত দেখিলা ৰাজা সিটো দেৱহৰি।
শঙ্খ, চক্ৰ, গদা, পদ্ম, হাতে আছে ধৰি ॥১৭
ধনু, বাণ, খড়্গ, চৰ্ম্ম, ধৰি আছা হাতে।
দেৱৰো দেৱতা হৰি জগতৰ নাথে ॥
জ্বলন্ত অগনি যেন প্ৰভা অতিশয়।
তাহাতো অধিক কান্তি কৰে অস্ত্ৰচয় ॥১৮

জ্বলন্ত আদিত্য সম শৰীৰ জ্বলয়।
নীল বৈদূৰ্য্যৰ জ্যোতি প্ৰকাশ কৰয় ॥
গৰুড় আসনে বসি অষ্টভুজ ধৰি।
নৃপতিক মাতিলন্ত অল্প হাস্য কৰি ॥১৯
"অকাৰণে শোক নকৰিবি ৰজা তঁই।
তোহোৰ ভক্তিত মহা তুষ্ট ভৈলোঁ মই ॥
মহাশুদ্ধ ভাবে দান, যজ্ঞ আচৰিলি।
এহি হেতু মোক তঁই সন্তোষ কৰিলি ॥২০
যিহেৰে প্ৰতিমা এবে কৰিবি ভূপাল।
হেনয় বৃক্ষক তই দেখিবি সকাল ॥
সিটো বৃক্ষ গোট দেখি চেদিয়ো সত্বৰে।
প্ৰভাততে গৈ বৃক্ষ দেখিবি উত্তৰে ॥২১
চেদিবাৰ মহা বৃক্ষ দেখিয়া চিন্তিবা।
এহিসে প্ৰতিমা যোগ্য তেখনে জানিবা ॥
সেহি কাষ্ঠে এৰে দিব্য প্ৰতিমা সাজিবা।
চিন্তা, মোহ দূৰ হব সন্তোষ লভিবা ॥২২
এহি বাক্য বুলি হৰি অন্তৰ্ধ্যান হৈলা।
স্বপ্ন দেখি ইন্দ্ৰদ্যুম্ন বিস্ময়ক গৈলা ॥
বৈষ্ণৱ মন্ত্ৰক জপি কৰি মন থিৰ।
ৰাত্ৰিক অপেক্ষা কৰি ৰৈলা মহা ধীৰ ॥২৩

প্ৰভাত সময়ে ৰাজা সাগৰক যাই।
বিধি মতে স্নান কৰিলন্ত মহাৰায়॥
স্নান কৰি মহাৰাজা নিচিন্তিলা আন।
দেখিলন্ত মহা বৃক্ষ পৰম সুঠাম॥২৪
পৰম উশ্ৰিত বৃক্ষ গুৰি থূলন্তৰ।
সূৰ্য্য সম প্ৰকাশ কৰয় নিৰন্তৰ॥
মহাকায় বৃক্ষ, পত্ৰ-ফলে বিৰহিত।
মাজাঠিৰ বৰ্ণ, নাম জাতি বিবৰ্জ্জিত॥২৫
জল সমীপত বৃক্ষ সুতিয়া আসন্ত।
অৰ্দ্ধখান জলে আৰ কৰিয়া আছন্ত॥
বিষ্ণুৰূপী দ্ৰুম দেখি ৰাজা হৰ্ষ ভৈলা।
হাতত কুঠাৰ ধৰি চেদিবাক গৈলা॥২৬
সাতখণ্ড কৰি বৃক্ষ ৰজায়ে চেদিলা।
জল হন্তে নিয়া পাছে পৃথিৱীত থৈলা॥
তাৰ মূল ভাগ ৰজা মহা যত্ন কৰি।
উৰেষাত থাপিলন্ত জগন্নাথ হৰি॥২৭
তাৰ ঊৰ্দ্ধ খণ্ড ৰামে কাশ্মীৰে থাপিলা।
কবন্ধ আকাৰ কৰি সূৰ্য্য নাম দিলা॥
তাৰ ঊৰ্দ্ধ ভাগ সোলাদিত্য নাম কৰি।
গুৰ্জ্জে থাপিলন্ত হেন জানিবা সুন্দৰী॥২৮

তাৰ ঊৰ্দ্ধ ভাগ শুক্র ঋষি থাপিলন্ত ।
উদয় নিদেশ মাজে অদ্যাপি আছন্ত ॥
তাহাঙ্ক বোলয় শ্বেত-মাধৱ পাৰ্ব্বতি ।
দৰশন মাত্রে লোকে পায় মহাগতি ॥২৯
শিলাৰূপী হুয়া আছে জগতৰ বাপ ।
দৰশনে হৰে কোটি জনমৰ পাপ ॥
তাৰ দুই ভাগ কামৰূপত থাপিলা ।
মলয়া গিৰিক লাগি একখণ্ড নিলা ॥৩০
দ্বাপৰ-কলিৰ জানা সন্ধ্যা সময়ত ।
কুবেৰে থাপিলা মৎস্য মাধৱ পূৰ্ব্বত ॥
উত্তৰ দিশক লাগি নিলে যিটো খান ।
অষ্টাদশ ভুজ যাৰ বৰাহৰ ঠান ॥৩১
পৰম অদ্ভুত ৰূপ জগত বিয়াপি ।
দাৰুৰূপ হুয়া প্ৰভু আছন্ত অদ্যাপি ।
ঐশান্য দিশত আছে এক গিৰিবৰ ।
মণিকুট নাম যাৰ নুহি পটন্তৰ ॥৩২
সেহি গিৰিবৰে ঊৰ্দ্ধে কৰিলন্ত থিত ।
হয়াস্য মাধৱ নাম জগত বিদিত ॥
শুনা সভাসদ সবে মাধৱৰ জাত ।
যোগিনী তন্ত্ৰত সবে আছন্ত সাক্ষাত ॥৩৩

এতেকে সমস্ত লোকে শুনিবা সাদৰি।
মাধৱৰ পাদ-পদ্ম হৃদয়ত ধৰি ॥
পৰম শোভন কথা অমৃত সমান।
কৰ্ণাঞ্জলি কৰি সবে কৰিয়োক পান ॥৩৪
হৰিৰ নামে সে সাধে ভকতি মুকুতি।
সমস্তে শাস্ত্ৰৰ জানা এহিসে যুগুতি ॥
শ্ৰীৰামচন্দ্ৰ দাস অতি অল্প মতি।
মাধৱৰ স্ফুৰ্তি মনে ৰহোক সম্প্ৰতি ॥৩৫
জন্মে জন্মে হৌক তযু সন্তৰ সঙ্গতি।
তোমাৰ চৰণে প্ৰভো! ৰহোক ভকতি ॥
মুখে নছাড়োক মাধৱৰ গুণ নাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥৩৬



জন্মখণ্ড সমাপ্ত।

# মুক্তিখণ্ড।

---

ঘোষা ॥ কতনো সহিবো সংসাৰ তাপ।
মোক উদ্ধাৰিয়ো জগত বাপ ॥

পদ ॥ মহেশে বোলন্ত শুনা পাৰ্ব্বতি!
মাধৱৰ জন্ম কৈলোঁ সম্প্ৰতি ॥
বাহুল্য কৰিয়া কহোঁ এখন।
সাৱধান হুয়া কৰা শ্ৰৱণ ॥৩৭
ঊৰ্ব্ব নামে ঋষি পূৰ্ব্বে আছিলা।
পাছে মুনি ঘোৰ তপ কৰিলা ॥
অনেক দিবস সমাধি ধৰি।
ইন্দ্ৰিয় সবক নিয়ম কৰি ॥৩৮
সহিলা ঋষি ৰৌদ্ৰ, বৃষ্টি বাত।
হৰিক চিন্তিয়া আছা সাক্ষাত ॥
তপস্যা দেখিয়া জগ-নিবাস।
আসিলন্ত পাছে তাহান পাশ ॥৩৯

জানি ঋষি হৰি আসিলা কাষে।
অল্প কৰি চক্ষু মেলিলা পাছে ॥
ঋষিয়ো দেখিলা অচ্যুত দেৱ।
দণ্ডৱতে পৰি কৰিলা সেৱ ॥৪০
অনন্তৰে মুনি কৰিলা স্তৱ।
প্ৰকৃতিতো পৰ তুমি মাধৱ ॥
ব্ৰহ্মাৰো নমস্য তুমি অনাদি।
নাহি জন্ম জৰা মৰণ ব্যাধি ॥৪১
যাৰ গুণ গাৱে শিৱাণীপতি।
অখিল জীৱৰ তুমিসে গতি ॥
নাহি মায়া প্ৰভো ! তোমাৰ কাষে।
অনেক ব্ৰহ্মাণ্ড উদৰে আছে ॥৪২
তুমি এক ব্ৰহ্মা নাহি দ্বিতীয়।
বেদবাদী সবে হেনসে কয় ॥
যোগীৰো মতে নিৰঞ্জন হয়।
সাকাৰ কৰিয়া ভকতে কয় ॥৪৩
তুমিসে চৈতন্য উপাধি হীন।
আমি অচেতন মায়া অধীন ॥
এতেকে তোমাক কৰো প্ৰণাম।
মুখে নছাড়োক তোমাৰ নাম ॥৪৪

আৰু কিবা মই কৰিবো স্তুতি।
আপোনি জানাহা মনৰ বৃত্তি॥
হেন শুনি হৰি মাতিলা হাসি।
কিবা ইষ্ট সাধা কয়ো প্ৰকাশি॥৪৫
ঋষি বোলে যদি দিবাহা বৰ।
মণিকুটে হৌক তোমাৰ ঘৰ॥
গিৰিবৰ ইটো অতি বিশিষ্ট।
আতে থাকি সাধা লোকৰ ইষ্ট॥৪৬
কলিযুগে হৈব লোক মলিন।
ভ্ৰষ্টাচাৰ হুয়া ক্ষেপিবো দিন॥
জাতি, কুল, এৰি বোলাইবে ভক্ত।
দিনে দিনে হুইব পাপত ৰত॥৪৭
মিছা সাক্ষী হুয়া কৰি কপট।
এহি দোষে লোক হুইবেক নষ্ট॥
আপুন পুৰুষ গণক হেলি।
মাতিবেক মিছা সাক্ষীৰ বেলি॥৪৮
সত্য অসত্যক বিচাৰ নাই।
মাতিবেক মিছা বিতক পাই॥
পৰৰ বস্তুক বুলিবে মোৰ।
হুইবেক খলুৱা টেটন চোৰ॥৪৯

এহি দোষে হৈব নৰকগামী ।
এতেকে থাকিয়ো জগত স্বামী ॥
তোমাক দেখিয়া তৰিবো লোক ।
এহিবৰ মাত্ৰ দিয়োক মোক ॥৫০
আৰু এক কথা শুনিয়ো সাৰ ।
আছয় অসুৰ অতি দুৰ্ব্বাৰ ॥
সিটো মণিকুটে কৰিয়ো বাস ।
ঘোৰ ৰণে তাক কৰিয়ো নাশ ॥৫১
হেন শুনি হৰি মাতিলা গুণি ।
তাৰ কথা আমি আছোহো শুনি ॥
পৰম বলিষ্ঠ পাপী দুৰ্জ্জন ।
তাৰ ভয়ে কম্পে দেৱতাগণ ॥৫২
সিটো হয়াসুৰ মাৰিবো মই ।
তেবেসে লোকৰ কুশল হয় ॥
হেন বুলি হৰি গৈলন্ত ধাই ।
হয়াসুৰ বীৰ আছে যি ঠাই ॥৫৩
দেখিলন্ত বীৰে মাধৱ আসে ।
উঠিলন্ত বেগে মনত ত্ৰাসে ॥
দুইকো দুয়ো যেবে দেখে আকলি ।
দুইহানো বোলয় হৈকিনো বলী ॥৫৪

মাধৱে বোলন্ত শুন অসুৰ।
ইটো থান এৰি চলিয়ো দূৰ ॥
মোৰ মণিকুট তোৰ নহয়।
শুনিয়া কিটাইলা অসুৰ হয় ॥৫৫
হেন বাণী বীৰে নসহিলা আতি।
মাধৱক গালি পাৰিলা মাতি ॥
মোৰ মণিকুট অতি সুন্দৰ।
নজানি খোজস ওৰে বৰ্ব্বৰ ॥৫৬
কঠিন বচন মাধৱে শুনি।
বুলিবে লাগিলা মনত গুণী ॥
শুন ওৰে পাপী দৈত্য দন্দুৰ।
তোৰ গৰ্ব্ব আজি কৰিবো চূৰ ॥৫৭
মোৰ হাতে জানা তোহোৰ মাৰ।
খণ্ডিবো অৱশ্যে ভূমিৰ ভাৰ ॥
হেন বোল যেবে বোলন্তে আছে।
ঘোৰ যুদ্ধ দুয়ো কৰিলা পাছে ॥৫৮
দুহাঙ্কো দুই হানো প্ৰহাৰে টানে।
অস্ত্ৰ শস্ত্ৰ সব হানে সন্ধানে ॥
পাছে ছিদ্ৰ চাই মাধৱে পীৰি।
ভূমিত দৈত্যক ধৰিলা ভিৰি ॥৫৯

অসুৰে মনত পাই প্ৰমাণ।
ইহান হাতত ছাড়িবো প্ৰাণ॥
আপোন মনত কৰি যুগুতি।
হৰিক অনেক কৰিলা স্তুতি॥৬০
বোলন্ত অসুৰে শুনা মাধৱ।
জন্মে জন্মে হুইবা তুমি বান্ধৱ॥
চলোঁ পৰলোক এৰিয়া ভূমি।
মোৰ ৰূপ ধৰি থাকিয়ো তুমি॥৬১
যাৱত চন্দ্ৰাৰ্ক থাকন্ত বহি।
মণিকুটে তাৰে থাকিয়ো ৰহি॥
হেন শুনি পাছে জগত নাথে।
মাৰিলা অসুৰ আপোন হাতে॥৬২
অসুৰ মাৰিয়া জগ-নিবাস।
মণিকুটে কৰি নিজ আবাস॥
ৰহিলন্ত তাতে গৰুড় কেতু।
অখিল জীৱৰ তাৰণ হেতু॥৬৩
অসুৰৰ প্ৰাণ মাধৱে লৈল।
শুনা আবে তাৰ কি গতি ভৈল॥
পাইলা সিটো দৈত্যে হৰিৰ কায়া।
ৰহিলা আনন্দে বৈকুণ্ঠে পায়া॥৬৪

শুনা সভাসদ হৰিৰ লীলা।
মনুষ্য জনম ভাগ্যে লভিলা॥
ভাৰতৰ হাট বেহায়ো ঝাণ্টে।
মিলিবে মৰণ হাটে বা বাটে॥৬৫
হৰি কীৰ্ত্তনত দিয়োক মন।
তেবেসে নযাইবা যম সদন॥
পৰম অমৃত হৰিৰ নাম।
সদায়ে ঘুষিয়ো গোৱিন্দৰাম॥৬৬
শ্ৰীৰাম দাস অতিশয় হীন।
মহা মন্দমতি পৰম দীন॥
বান্ধৱ মাধৱ তুমি সে গতি।
বোলা হৰি হৰি নিৰ্ম্মল মতি॥৬৭



মুক্তিখণ্ড সমাপ্ত।

# সাধনখণ্ড।

---

ঘোষা॥ গোবিন্দ মাধৱ গৰুৰ কেতু।
কেশৱ অচ্যুত হৰি॥

পদ॥ মহেশে বোলন্ত, শুনিয়ো পাৰ্ব্বতি!
তুমি মোৰ প্ৰিয় অতি।
মাধৱক পাই, যি সব সাধনে,
তোমাত কহোঁ সম্প্ৰতি॥
শ্ৰীফল, খাজুৰি, আৰু হৰিতকী,
নাৰিকেল বেল আম।
ডিম্বৰু, কেশৰু, কণ্টক, পিয়াল,
পদ্ম বীজ তাল জাম॥৬৮
ইঙ্গুদি, বদৰী, ডাড়িম্ব, আমৰা,
পিতশালা আদি যত।
নানাবিধ ফল, একত্ৰ কৰিয়া,
সমৰ্পিবা মাধৱত॥

মূলা সৰষপ, ত্ৰিবিধ মৰিচা,
পালঙ্গ আদি শাকক ।
পৰম যতনে, ৰন্ধন কৰিয়া,
নিবেদিবা মাধৱক ॥৬৯
সোম ধান্য বৰ, শালি, ৰক্তশালি,
ৰাজ ধান্য, যৱ ধান ।
তিল, মাস শুদ্ধ, কলা, বৰ কলা,
কচুক আদি প্ৰধান ॥
সষি ধান্য দেৱ, বলি, ভজিৰক,
মধুকৰ অনুদিৱ ।
সিদ্ধাৰ্থক আদি, নানা উপহাৰ,
মাধৱত সমৰ্পিৱ ॥৭০
হৰিৰ মন্দিৰ, মাৰ্জ্জনৰ ফল,
কহোঁ শুনা বৰাণনে !
যিটো গতি পাৱে, স্ত্ৰীয়ে বা পুৰুষে,
নিশ্চয় কৰিয়া মনে ॥
হৰিৰ গৃহৰ, মৃত্তিকাৰ ধূলী,
মাৰ্জ্জন কৰয় যত ।
তাৱত হাজাৰ, বৎসৰ পূজিত,
হোৱয় শাক দ্বীপত ॥৭১

কাষ্ঠ পাত্র-জল, বস্ত্রৰ অঞ্চল,
বিৰিণা বন যোজন।
ইসব সহিতে, হৰিৰ গৃহক,
নকৰিবে সম্মাৰ্জ্জন॥
ধেনুৰ গোবৰে, আনিয়া সি স্থান,
লিপয় আতি সাদৰে।
একবাৰ লিপি— বাৰ ফলে নৰে,
গৰুত জনম ধৰে॥৭২
স্নান কৰি যিটো, লিপিবাক লাগি,
জল দেয় যত্ন কৰি।
তাহাৰ পুণ্যক, কহিবো তোমাত,
শুনিয়ো আবে শঙ্কৰি!
লিপিবাৰ বেলা, জলৰ কণিকা,
হোৱয় যত প্ৰমাণ।
তাৱত হাজাৰ, বৎসৰ স্বৰ্গত,
দেৱৰ লভে সম্মান॥৭৩
জল, মৃত্তিকাক, একত্ৰ কৰিয়া,
সেচন কৰে যিজনে।
পাপ হন্তে মুক্ত— হুয়া বৰুণৰ,
থানত থাকে সিজনে॥

তুলসী, মালতী, ধাতৃত, কেতেকী,
আৰু নাগেশ্বৰ যুতি।
কাৰ্ত্তিক মাসত, ইসব পুষ্পৰ,
মালাক দিব সম্প্ৰতি ॥৭৪
কতো পাট সূত্ৰে, কতো আঁৰা সূত্ৰে,
গাথি পুষ্প কৰবীৰ।
যিটে পূজা কৰে, মাধৱৰ পাৱে,
হোৱয় পুণ্য শৰীৰ ॥
সিটো পুৰুষক, দেখিবা মাত্ৰকে,
নৰকাগ্নি নষ্ট হয়।
শুনিয়ো পাৰ্ব্বতি! সিটো পুৰুষক,
অঞ্জলি ইন্দ্ৰে কৰয় ॥৭৫
কাৰ্ত্তিক মাসত, ৰক্ত কৰবীৰে,
পূজা কৰে ভক্তি ভাৱে।
তাৰ ফলে সৰ্ব্বে, পাপ নষ্ট কৰি,
কেশৱ চৰণ পাৱে ॥
বৈশাখ, কাৰ্ত্তিক, উভয় মাসত,
অৰ্চ্চা কৰে যিটো জনে।
অশ্বমেধ যজ্ঞ, কৰিবাৰ ফল,
পাৱয় সিটো তেখনে ॥৭৬

বেলপত্ৰ দিয়া, কৃষ্ণক পূজিয়া,
যি গতি পাৱে পাৰ্ব্বতি।
পৰম সাদৰে, সিসবে পূজিয়া,
হাততে পাৱে মুকুতি ॥
ধাতৃ-ফল পত্ৰ, কৰিয়া একত্ৰ,
বৈশাখত পূজা কৰি।
দশ অশ্বমেধ, যজ্ঞৰ ফলক,
পাৱয় সিটো সুন্দৰী ॥৭৭
শ্বেত, ৰক্ত কৰ— বীৰ পুষ্প দিয়া,
হৰিক অৰ্চ্চা কৰয়।
চতুৰ্যুগ মান, জানিবা পাৰ্ব্বতি!
মাধৱ সন্তোষ হয় ॥
আম, জাম, তৰু— কোমল পত্ৰক,
আনিয়া একত্ৰ কৰি।
আনো পত্ৰ, ফল, আনিয়া সকল,
পূজিবেক মহা হৰি ॥৭৮
শুনা সভাসদ, তন্ত্ৰৰ মাহাত্ম্য,
পৰম গুহ্য সম্প্ৰতি।
যাক শুনি নৰে, সংসাৰ নিস্তাৰে,
পাৱয় বৈকুণ্ঠ-গতি ॥

মহেশে আপুনি, কৈলা পাৰ্ব্বতীত,
পৰম ৰহস্য কথা ।
ইহাক শ্ৰৱণে, পাইবাহা মুকুতি,
নাহি আন অন্যৱথা ॥৭৯

এতেকে সাদৰি, হেলা পৰিহৰি,
শুনিয়োক সৰ্ব্বজনে ।
মাধৱৰ ছুই, অৰুণ চৰণ,
স্থমৰিয়া ৰঙ্গমনে॥
হৰিৰ চৰিত্ৰ, পৰম পৱিত্ৰ,
কীৰ্ত্তনত দিয়া মন ।
কহে ৰাম দাসে, বোলা হৰি হৰি,
নাযাইবা যম-সদন ॥৮০



সাধনখণ্ড সমাপ্ত ।

# দৰ্শনখণ্ড।

---

ঘোষা ॥ মাধৱ জয় হৰি ।
যাদৱ জয় হৰি ॥

পদ ॥ নমো নমো অনন্ত সহস্ৰ মূৰ্ত্তিধৰ ।
নমোহো স্বৰূপ ব্ৰহ্ম যাৰ কলেৱৰ ॥
সহস্ৰ ৰশ্মিতো কৰি জলে তনুবৰ ।
জগত বিধান কৰ্ত্তা হয়-ৰূপ-ধৰ ॥৮১
বিপুল শৰীৰ যাৰ শুদ্ধ কৰ্ম্মচয় ।
সমস্ত বিশ্বৰে দুঃখ সকলে হৰয় ॥
সমস্ত আদিত্য বহ্নি প্ৰভা অতিশয় ।
নমো প্ৰভো ! হয়গ্ৰীৱ দেৱ কৃপাময় ॥৮২
অনাদি অচ্যুত দেৱ হৰি শেষ শায়ী ।
প্ৰভু সৰ্ব্বভূত পতি মহেশ গোসাঁই ॥
প্ৰাণপতি, লোকপতি, জগতৰ পতি ।
ধৰাপতি ভূতপতি সদা কৰোঁ নতি ॥৮৩

জলৰ ঈশ্বৰ তুমি বিশ্ব-হিতকৰ।
তুমি নাৰায়ণ প্ৰভু, পৃথীৰ ঈশ্বৰ ॥
বিশ্বৰ লোচন তুমি বিশ্বৰ ঈশ্বৰ।
চন্দ্ৰ, সূৰ্য্য, অচ্যুত বিশ্বৰ মূৰ্ত্তিধৰ ॥৮৪
হেন হয়-বদনক কৰোঁ নমস্কাৰ।
শুক্লকায়া পদ্মসম লোচন যাহাৰ ॥
সৰ্ব্ব বৰ দাতা তুমি শৰীৰ নিৰুজ।
সহজে ধৰিয়া আছা ৰূপ চতুৰ্ভুজ ॥৮৫
নিৰ্ম্মল লোহিত নদ উত্তৰৰ পাৰে।
কৰিলা নিবাস তাত জগত আধাৰে ॥
যাহাৰ বদন গোট হয়ৰ আকাৰ।
হেন মাধৱক পুনু কৰোঁ নমস্কাৰ ॥৮৬
নমো শুক্লকৃত মনি পৰ্ব্বতত ঘৰ।
মুক্তি বিধায়ক পীতাম্বৰ পদ্মধৰ ॥
ভক্তৰ বাঞ্ছিত দাতা পুস্তক হাতত।
পিতৃসমে উদ্ধাৰিয়ো কৰো প্ৰণিপাত ॥৮৭
নমো শুদ্ধৰূপ মুক্তা মালায়ে ৰঞ্জিত।
আজানুলম্বিত বাহু পদ্মাসনে স্থিত ॥
ভকত জনৰ পাপ সবে কৰা চন।
নমো হয়গ্ৰীৱ ৰূপ জৰ বিঘাতন ॥৮৮

জয় জয় শঙ্খধৰ শুক্ল পদ্মধাৰী ।
ব্যগ্র হস্তে পুস্তকক ধৰিছা মুৰাৰী ॥
আৰু এক কৰে ধৰি আছা অক্ষমালা ।
পৰম সুন্দৰ মূৰ্ত্তি শশধৰ কলা ॥৮৯
ভক্তি মুক্তি দাতা প্ৰভু তুমি পূৰ্ণকাম ।
সুৰ নৰ লোকে যাক কৰয় প্ৰণাম ॥
হয়ৰ সদৃশ মুখ লোক হিতকাৰী ।
হেন অদভূত ৰূপ জৰ অন্তকাৰী ॥৯০
নমোহো মাধৱ তুমি অসুৰ সংহাৰি ।
হয়গ্ৰীৱ ৰূপী মধুসূদন মুৰাৰী ॥
মণিকুট পৰ্ব্বতত কৰিলা নিবাস ।
নমো ভগৱন্ত প্ৰভো ! তুমি জৰ নাশ ॥৯১
কোটি জনমৰ কৃত যত পাপচয় ।
শতকোটি কলপত যি সব মিলয় ॥
হয় মুখ দৰশনে সবে দূৰ হয় ।
নযায় সিটো সংসাৰক গুছে যম ভয় ॥৯২
এহি সপ্ত স্তোত্রে স্তুতি কৰি প্ৰথমত ।
আনো স্তুতি কৰিবেক জানে যেন মত ॥
তিনিবাৰ প্ৰদক্ষিণ কৰি প্ৰথমত ।
পদ্মাকাৰে নমস্কাৰ কৰিবে পাছত ॥৯৩

আত পাছে কথা আবে শুনা মহামায়া।
দেৱৰ দক্ষিণ হন্তে বাম পাশে যায়া॥
অনন্তৰে পাছে ফুৰিবেক বাৰম্বাৰ।
কৃতাঞ্জলি হুয়া কৰিবেক নমস্কাৰ॥৯৪
প্ৰতি বাৰে বাৰে সাত নমস্কাৰ কৰি।
উঠি উঠি প্ৰণামিবে দণ্ডৱতে পৰি॥
যিটোজনে প্ৰদক্ষিণে সেৱা নকৰয়।
ঘোৰ অপৰাধী সিটো তেখনে হোৱয়॥৯৫
প্ৰদক্ষিণ এৰি সেৱা কৰে আগে গই।
সিজে দোষ সেৱা তাৰ নিষ্ফল হোৱয়
কৃতাঞ্জলি নকৰিয়া কৰে নমস্কাৰ।
অৱশ্যে নৰকে পৰে নাহিকে নিস্তাৰ॥৯৬
যিটো নমে শিৰ দিয়া পাৱৰ ওপৰে।
মৃত্তিকাত শিৰ দিয়া সেৱাক নকৰে॥
দেৱতায়ে শপে তাক মনে কৰি কষ্ট।
সেৱা কৰণৰ ফল সবে হোৱে ভ্ৰষ্ট॥৯৭
দেৱৰো দেৱতা যিটো, তান প্ৰণামত।
শৰীৰত পৃথিবীৰ ধূলী লাগে যত॥
তাৰ ফল গুটি কহো শুনা মোৰ প্ৰিয়া।
স্বৰূপে জানিবা তাক দৃঢ় কৰি হিয়া॥৯৮

তাহান শৰীৰে জানা ধূলা লাগে যত।
ততেক বৰিষ থাকে ব্ৰহ্মাৰ লোকত ॥
শুনিয়োক সৰ্ব্বজন কথা কৰ্ণ ভৰি।
আপুনি কহিলা হৰে গৌৰীক সাদৰি ॥৯৯
তন্ত্ৰৰ ৰহস্য কথা অমৃত সমান।
কৰ্ণাঞ্জলি ভৰি মুখে কৰিয়োক পান ॥
মোৰ কৃত বুলি এত হেলা পৰিহৰি।
মাধৱৰ কথা জানি শুনিবা সাদৰি ॥১০০
প্ৰণামো মাধৱ প্ৰভো ! আমি দুখীজন।
তোমাৰ চৰণে মোৰ নিমজোক মন ॥
তোমাৰ ভৃত্যৰ সঙ্গ দিয়ো মোৰ স্বামী।
এহি বৰ দিয়া আন নমাগোহোঁ আমি ॥১০১
মোৰ কৰ্ম্মফল গুণে যেহি জানি জাবো।
তোমাৰ চৰণ সেৱা যেন তৈতে পাবো ॥
মুখে নছাড়োক মোৰ তুৱা গুণ নাম।
বোলা হৰি হৰি আবে ছাড়া আন কাম ॥১০২



দৰ্শনখণ্ড সমাপ্ত।

# মাহাত্ম্যখণ্ড।

---

ঘোষা ॥ এৰাম নিৰঞ্জন ।
তযু কথা অমৃত পৰম মনোৰম ॥

পদ ॥ বিতোপন থান অনুপাম ।
দৰশনে পুৰে মন-কাম ॥
আৰাম বাটিকা যত যত ।
শুনা কহো থানৰ মহত ॥১০৩
দৌল গৃহ শুনিয়োক পাছে ।
যাক যৈত নিবন্ধিয়া আছে ॥
কহে শ্ৰীৰাম চন্দ্ৰ দাসে ।
যাতে মাধৱৰ কথা আছে ॥১০৪
এতেকে শুনিয়ো দৃঢ় কৰি ।
মাধৱৰ কথাক সাদৰি ॥
এৰিয়োক আন অন্য কথা ।
এবে শুনা মাধৱৰ কথা ॥১০৫

জগ উদ্ধাৰণ কাৰ্য্যে আসি।
পৰ্ব্বতত আছন্ত প্ৰকাশি ॥
জগত বিদিত মণিকুট।
গিৰিবৰ অতি অদভূত ॥১০৬
অনন্ত আপুনি যোগবলে।
মণিকুট হুয়া ৰবিতলে ॥
গিৰিৰূপ ধৰিলা আপুনি।
যাত মৃত্যু দেৱৰো বাঞ্ছনি ১০৭
দৰশনে হোৱে পাপক্ষয়।
আৰোহণে মুকুতি মিলয় ॥
পুষ্পাঞ্জলি কৰে যিটোজনে।
নযায় সিটো যমৰ সদনে ॥১০৮
পৰ্ব্বত শিখৰে বিদ্যমান।
দিব্য দৌল বিচিত্ৰ নিৰ্ম্মাণ ॥
প্ৰৱন্ধে সাজিলা নানাভাৱে।
মূৰ্ত্তিগণ আছে ঠায়ে ঠায়ে ॥১০৯
দৌলৰ আগৰ গৃহখান।
মনোহৰ দেখিতে সুথান ॥
বিশ্বকৰ্ম্মে যাক নিৰ্ম্মি আছে।
গড় কৰি আছে চতুৰ্পাশে ॥১১০

উত্তৰ দিশৰ দ্বাৰখন ।
নিৰ্ম্মি আছে দেখিতে সুঠান ॥
আৰু এক দ্বাৰ পচিমত ।
তাৰ কথা কহিবোহো কত ॥১১১
দক্ষিণৰ যিবা দ্বাৰখন ।
প্ৰবন্ধে যে কৰিছে নিৰ্ম্মাণ ॥
গড় মাজে আছে গৃহ কৰি ।
যাত ভক্তে থাকে নাম ধৰি ॥১১২
ঠাই ঠাই আৰাম পাতিয়া ।
নানা বৃক্ষ আছন্ত ৰোপিয়া ॥
নাৰিকেল বেল আমলকী ।
শ্ৰীফল, খাজুৰী, হৰিতকী ॥১১৩
কণ্টকী, লেতেকু, পনিয়াল ।
আম, জাম আছে ভাল ভাল ॥
হেলঞ্চ, আমৰা, কৰদেই ।
ডিম্বৰু লাগিছে থোক হই ॥১১৪
তেন্তেলী, থেকেৰা, জৰা, তাল ।
বদৰী আছয় ভাল ভাল ॥
জেনৰ জামীৰ যত ৰস ।
সুমিত্ৰা যে পৰম সুৰস ॥১১৫

কমলাক পুৰা নেমু জাত।
ত্ৰিবিধ মধুৰী অসংখ্যাত॥
নাৰেঙ্গ সোলেঙ্গ নানা জাতি।
ৰোৱা আছে কৰি পান্তি পান্তি॥১১৬
গুৱা পান ৰুপিছে অপাৰ।
তাৰ মাজে ডাৰিম্বৰ জাৰ॥
আনো নানা জাতি বৃক্ষচয়।
প্ৰবন্ধে যে ৰুপিয়া আছয়॥১১৭
আৰু এক কথা দিয়া কান।
পুষ্পবাৰী কৰিছে নিৰ্ম্মাণ॥
পুষ্পচয় কৰে জ্যোতিকাৰ।
মধুলোভে গুঞ্জৰে ভ্ৰমৰ॥১১৮
চম্পা, নাগেশ্বৰ বক জাই।
শিৰীষ, সেৱতী ঠাই ঠাই॥
বকুল, কদম্ব, আম, জাম।
সোন কুঞ্চি দেখিতে সুঠান॥১১৯
সেৱালী, নেৱালী, গুটি মালি।
দবামানী, বন্দুলী, ঘিৰালী॥
সুগন্ধ মালতী কৰবীৰ।
বিহৰলী কেতেকী ৰুচিৰ॥১২০

কাঞ্চন, অশোক সূৰ্য্য কান্তি।
তগৰৰো পিছে পান্তি পান্তি ॥
ৰাঙ্গল, মৰুৱা মণিৰাজ।
মাধৱী, লৱঙ্গ, ভৃঙ্গ ৰাজ ॥১২১
জয়ন্তী, কাঞ্চন, জুতি, বাগী।
বহুতৰ পুষ্প আছে লাগি ॥
শ্বেততৰ মণি ৰক্ততৰ।
বিষ্ণু ক্রান্তা পুষ্প ভদ্ৰেতৰ ॥১২২
ইন্দ্ৰ, মালতী, ৰঙ্গ, চঙ্গ।
ভ্ৰমৰা নাছাড়ে যাৰ সঙ্গ ॥
তুলসী গোবিন্দ প্ৰিয়তৰ।
জগত পাৱনী পাপ হৰ ॥১২৩
আনো নানা জাতি পুষ্পচয়।
কি কহিবো অনেক আছয় ॥
যি কিছু জানিলোঁ দিলো লেখা।
কোনে কহি কৰিবোক সংখ্যা ॥১২৪
শুনা এবে মাধৱৰ কথা।
দোল মাজে থাকন্ত সৰ্ব্বথা ॥
প্ৰভাতত ব্ৰাহ্মণ সকলে।
স্নান কৰাৱয় শুদ্ধ জলে ॥১২৫

পাছে ভাল বস্ত্র পিন্ধাৱয়।
বেশাৱয় অলঙ্কাৰ চয় ॥
বিষ্ণু পুণ্ডৰীকাক্ষ হৰি।
শুদ্ধ হুয়া মূল মন্ত্র স্মৰি ॥১২৬
অঙ্গন্যাস আবাহন কৰি।
মাধৱৰ ৰূপ মনে ধৰি ॥
অনুষ্ঠান সমস্তে কৰয়।
অনন্তৰে পূজা আৰম্ভয় ॥১২৭
গন্ধ, পুষ্প, ধূপ, দিয়া।
বিবিধ সম্ভাৰে নিবেদিয়া ॥
পাদ্য, অর্ঘ, আচমন দিলা।
পাছে বিপ্রে, পূজা বিসর্জ্জিলা ॥১২৮
সেৱা কৰি কৰে স্তুতি নতি।
শঙ্খ, ঘণ্টা, বজাৱে সম্প্রতি ॥
বাজনিয়া গণে এক ঠাই।
বহুবিধ বাজনা বজাই ॥১২৯
শুনিয়োক আক অনন্তৰে।
নাট মন্দিৰত যিবা কৰে ॥
ভক্ত সবে হুয়া এক ঠাই।
বহুবিধ বাজনা বজাই ॥১৩০

কতো তাল ধৰি নাম গাৱে ।
ৰসত মজিয়া প্ৰেম ভাৱে ॥
সাক্ষাততে ৰাজহংস প্ৰায় ।
প্ৰেমানন্দে হৰি গুণ গায় ॥১৩১
পাছে নাম অৱসান কৰি ।
নিৰন্তৰে বোলা হৰি হৰি ॥
নাম সাঙ্গে জন্মাদ্য ডাকয় ।
পাছে বিপ্ৰে ভাগৱত কয় ॥১৩২
নিৰন্তৰে শুনে কৰ্ণ ভৰি ।
মন-বুদ্ধি সাৱধান কৰি ॥
ভাগৱত অমৃত সাগৰে ।
ডুব দিয়া থাকে নিৰন্তৰে ॥১৩৩
ক্ষুধা, তৃষ্ণা, একোৱে নবাঁধে ।
কৰ্ণৰ তৃপিতি মাত্ৰ সাধে ॥
পাছে ভাগৱত অৱসানে ।
আগুৱাই গায়ন বায়নে ॥১৩৪
সেহি বেলা প্ৰভু ৰঙ্গ কৰি ।
দৌলহন্তে বাজ হুয়া হৰি ॥
আসি পাছে নাট মন্দিৰত ।
বসে প্ৰভু সিংহ আসনত ॥১৩৫

যিঠাইত বসে দেৱ হৰি।
আছে তাত চন্দ্ৰাতপ তৰি ॥
দণ্ড, ছত্ৰ ধৰে কতো নৰে।
দুয়ো পাশে ঢুলায় চামৰে ॥১৩৬
কতো কতো খাণ্ডা বাৰু ধৰি।
মাধৱক থাকন্ত আৱৰি ॥
নানা উপায়ন বস্তু থয়।
পাছে সবে প্ৰণাম কৰয় ॥১৩৭
হাতে তাল ধৰি গীত গাৱে।
বায়নেও বাজনা বজাৱে ॥
নৰ্ত্তকী সকলে নৃত্য কৰে।
ভাৱ দিয়া নানা ভঙ্গী কৰে ॥১৩৮
হাসি কতো দেয় চক্ষু ঠাৰ।
কতো বস্ত্ৰে কৰে মুখ আৰ ॥
লাসে বেশে দৰশাৱে গাৱ।
ভক্তৰ নোপজে তাত ভাৱ ॥১৩৯
পাছে প্ৰভু সভাক ছাড়িয়া।
ব্ৰাহ্মণৰ স্কন্ধে চড়ে গৈয়া ॥
সঙ্গে চলে ভক্ত সমস্তয়।
পুনু দৌলে প্ৰবেশ কৰয় ॥১৪০

অনন্তৰে বিৱাহৰ চিয়া।
গীত গাৱে ৰাগ আলাপিয়া ॥
পাছে পদ্দ কৰয় কীৰ্ত্তন।
সন্তোষিয়া সজ্জনৰ মন ॥১৪১
পুৰাণ, ভাৰত, ভাগৱত।
ৰামায়ণ আনো শাস্ত্র যত ॥
পদবন্ধে গাৱে অবিৰাম।
মাধৱৰ কথা অনুপাম ॥১৪২
এবে শুনিয়োক নিৰন্তৰে।
তাত পাছে সংকীৰ্ত্তন কৰে ॥
কৃষ্ণ চৈতন্যৰ গুণ গাৱে।
কতোহো বাগৰে প্রেমভাৱে ॥১৪৩
খনো কান্দে, খনো লাজ এৰি।
গোৰা বুলি দেই ধাউ গেৰি ॥
কৃষ্ণ ৰূপ হৃদয়ত ধৰি।
কতোহো বোলাৱে হৰি হৰি ॥১৪৪
প্রসঙ্গ সংহৰি এবে থওঁ।
মধ্যাহ্ন কালৰ কথা কওঁ ॥
ৰন্ধন শালাত বিপ্রগণ।
ৰান্ধে নানা বিবিধ ব্যঞ্জন ॥১৪৫

দধি, দুগ্ধ, ঘৃত যে পায়ঁস ।
পঞ্চামৃত, মধু, ষড় ৰস ॥
থালত থোৱয় ভাগে ভাগে ।
নিৱেদয় মাধৱৰ আগে ॥১৪৬
পূজা পায়া আনন্দ লভয় ।
পাছে প্ৰভু ভোজন কৰয় ॥
মাধৱে ভুঞ্জিলা হেন জানি ।
বিপ্ৰসবে বাহিৰক আনি ॥১৪৭
ভাগ কৰি সবে বাণ্টি দেই ।
কতো খাই, কতো গৃহে নেই ॥
দিনে দিনে জানা এহি লয় ।
পূৰ্ব্বাৱধি চলিয়া আছয় ॥১৪৮
শুনিয়োক সভাসদ জন ।
কৃষ্ণ কথা কৰিয়ো কীৰ্ত্তন ॥
তাহান চৰিত্ৰ শুনা-কৰ্ণে ।
হৰিৰূপ চিন্তিবোহো মনে ॥১৪৯
হস্তে কৰা তান কৰ্ম্ম নিতে ।
পদে যাইবা হৰিৰ নিকটে ॥
হৰিৰ মূৰ্ত্তি চক্ষুয়ে চাহিবা ।
নাসিকায়ে নিৰ্ম্মাল্য ঘ্ৰাণিবা ॥১৫০

জিহ্বায়ে প্ৰসঙ্গ স্বাদ লয়।
তেৱে তনু সাফল হোৱয়॥
শিৰে নমিয়োক হৰি পদ।
তেবে পাইবা মুকুতি সম্পদ॥১৫১
সততে কৰিবা ইটো কথা।
আত কিছু নাহিকে অন্যথা॥
ৰামচন্দ্ৰ দাসে এহি ভণে।
হৰি হৰি ঘুষিয়ো সঘনে॥১৫২



মাহাত্ম্যখণ্ড সমাপ্ত।

# আৰতিখণ্ড ।

---

ঘোষা ॥ ৰাম ৰঘু পতি ।
জীৱন ৰঘু পতি ॥

পদ ॥ উদয় বেলাৰ কথা সমাপিয়া থওঁ ।
বিয়লা প্ৰসঙ্গ কৰে তাকে কিছু কওঁ ॥
প্ৰথমে ভকতে নাম প্ৰসঙ্গ কৰয় ।
অনন্তৰে বিপ্ৰসবে ভাগৱত কয় ॥১৫৩
তাত পাছে ভক্ত সবে সংকীৰ্ত্তন কৰে ।
বিয়াহ উঠিয়া পাছে বিষ্ণু পদ ধৰে ॥
দিবসৰ ক্ৰম এবে থওঁ এহিমানে ।
আৰু এক কথা কওঁ শুনা সাৱধানে ॥১৫৪
অনন্তৰে অস্ত যেবে গৈল দিৱাকৰ ।
শুনিয়োক কথা এবে সন্ধ্যা সময়ৰ ॥
বিপ্ৰসবে শান্তি গৈয়া আচান্ত কৰয় ।
বিধিমতে মাধৱৰ পূজা আৰম্ভয় ॥১৫৫

ধূপ, দীপ, পাদ্য, অৰ্ঘ্য, আচমন দিয়া।
পুষ্পাঞ্জলি দিয়া পাছে আৰতি কৰিয়া॥
স্তুতি, স্তোত্র পঢ়ি বিপ্রে কৰিয়া কাতৰ।
উঠি উঠি দণ্ডৱত কৰয় বিস্তৰ ॥১৫৬
শিঙ্গা, শঙ্খ, ঘণ্টা বিপ্রে বজাৱন্তে আছে।
একে লগে সবে শব্দ কৰিলন্ত পাছে॥
ঢোল, দগৰ, দামা, আৰু নাগৰা কহাল।
জাঞ্জৰ, তবলা বাজে, বাজে কৰতাল ॥১৫৭
পাছে নাৰী সবে নাম গাৱয় তথাত।
শুনিতে অমিয়া জুৰে সুললিত মাত॥
মাধৱক হিয়ে ধৰি কৰয় কীৰ্ত্তন।
হৰি ভাৱনাত হোৱে তদগত মন ॥১৫৮
নাম থৈয়া সেৱা কৰি গৃহে চলি যায়।
তাত অনন্তৰে পাছে ভক্ত সবে গায়॥
ইসব শুনিলা সবে কৰি মন ৰঙ্গ।
দিবসৰো ক্রমে জানা ৰাত্রিৰ প্রসঙ্গ ॥১৫৯
এতেকে নকৈলো পূৰ্ব্ব-কথন নিমিত্তে।
আৰু এক কথা কহোঁ শুনা এক চিত্তে॥
ছুই গোটা খাট সৰি, যেসনে নিৰ্ম্মিছা।
তাক কহিবাক প্রতি আছে মোৰ ইচ্ছা ॥১৬০

অনেক দূৰৰ আনি বৰ বৰ শিলা।
বিশ্বকৰ্ম্মে মহা যত্নে যোজনা কৰিলা॥
পৰ্ব্বত উপৰ হন্তে সৰোবৰ কাষে।
থাকে থাকে যত দিব্য শিল পতা আছে॥১৬১
পৰম শোভন কৰি বান্ধি আছে তাক।
সীমা সংখ্যা নাই তাৰ দিয়া আছে থাক॥
নীলবৰ্ণ দেখি পথ মেঘ সৰিবৰি।
দুয়ো পাশে আছে দিয়া শিলৰ মথৰি॥১৬২
সিংহদ্বাৰ দেখি যেন ৰাজহংস প্ৰায়।
হৰৰ কৈলাস যেন অধিকে সুৰাই॥
আৰু এক খাট সৰি আছে পচিমত।
বহে ব্ৰহ্মপুত্ৰ ধাৰা তাৰ সমীপত॥১৬৩
আছয় বৰাহ-কুণ্ড তাৰ পূৰ্ব্ব দিশে।
তাত স্নান কৰি শুদ্ধ হোৱয় নিশেষে॥
পিতৃক তৰ্পণ কৰে সেই কুণ্ডে যাই।
পিতৃসমে পায় সিটো দেৱলোক ঠাই॥১৬৪
খাট সৰি সমীপত মলিয়াৰ নাৰী।
নানাবিধ পুষ্প লৈয়া থাকে সাৰি সাৰি॥
পাচি ভৰি থোৱে, কতো লৈয়া থাকে হাতে।
মোৰ ফুল লউ বুলি নাৰী সবে মাতে॥১৬৫

হেৰা দেখা মোহোৰ বিচিত্ৰ মালা গল।
মোল দিয়া নিয়া বাছি কৰিয়া ক্ৰয়ণ ॥
আউৰ জনী বোলে বাপু! মোৰ পুষ্প ভাল।
ঝাণ্টে কিনিয়োক আসি নাপাতা জঞ্জাল ॥১৬৬
আত পাছে বণিয়া সকল সব যায়।
সুৱৰ্ণ ৰজত পুষ্প বিকে সেহি ঠাই ॥
অতিশয় মৃদু পুষ্প মাখি পত্ৰ প্ৰায়।
অল্প বায়ু হলে তাঁক পুনিশ্চ নাপায় ॥১৬৭
বায়ুৰ শঙ্কায়ে তাক জলে চক্ষু ভৰি।
যত্ন কৰি বিন্ধি থোৱে, খৰিকাত কৰি ॥
ঈশ্বৰ সেৱাক প্ৰতি আসে প্ৰজাচয়।
যাৰ যেন অভিমত কিনিয়া লোৱয় ॥১৬৮
অনন্তৰে কথা এক শুনা সব নৰ।
আঁসিয় বিস্তৰ লোক অনেক দেশৰ ॥
অপুনৰ্ভৱতে নৰে আগ স্নান কৰি।
গোকৰ্ণ যোগীক পাছে দেখে নেত্ৰ ভৰি ॥১৬৯
তাত পাছে সেৱা কৰে কেদাৰক যাই।
অনন্তৰে চলে সবে কমলৰ ঠাই ॥
উলটি আসন্ত পাছে তাঙ্ক কৰি নতি।
হয়গ্ৰীৱ মাধৱক দেখিবাক প্ৰতি ॥১৭০

অনন্তৰে মণিকুট সমীপক পাই।
নমস্কাৰ কৰে হস্ত কৰি এক ঠাই॥
অনন্ত স্বৰূপ তুমি মণিকুট গিৰি!
এহি বুলি কৰে সেৱা পুষ্পাঞ্জলি কৰি॥১৭১
শুনা সভাসদ ইটো মাধৱ বৰ্ণন।
সপ্রেম ভকতি পথে আছে যাৰ মন॥
মুকুতি সুখক পাই আক পাছ কৰি।
কহয় শ্ৰীৰাম দাস বোলা হৰি হৰি॥১৭২



আৰতিখণ্ড সমাপ্ত।

# অর্চ্চনখণ্ড ।

---

ঘোষা ॥ মাধৱ বন্ধু, করুণাসিন্ধু,
তুমি মোৰ অগতিৰ গতি ।
তোমাৰ চৰণে মাগোঁ নির্ম্মল ভকতি॥

পদ ॥ শুনা এবে সর্ব্বজন, ইটো কথা বিতোপন,
পর্ব্বতক সতকাৰ কৰি ।
তৈৰ হন্তে চলি যায়, মুখে হৰি গুণ গাই,
মাধৱৰ ৰূপ হিয়ে ধৰি ॥১৭৩
অনন্তৰে দ্বাৰ পাই, অৱনত কৰি কায়,
নমস্কাৰ কৰি একবাৰ ।
দুই হাত যোৰ কৰি, বুলি কৃষ্ণ মহা হৰি,
তেবেসে চৰাৱে সিংহদ্বাৰ ॥১৭৪
অভ্যান্তৰে পশি পাছে, নৃসিংহ যথাতে আছে,
সেৱা কৰে গৈয়া সেই ঠাই ।
সেৱা কৰি আসি উঠি, মনত লভিয়া তুষ্টি,
প্রদক্ষিণে ফুৰন্ত বেৰাই ॥১৭৫

দৌলক দক্ষিণ কৰি, তিনি চাৰি বাৰ ঘুৰি,
কতো ঘুৰি পঞ্চ সাত বাৰ।
নাট মন্দিৰৰ দ্বাৰে, সেৱা কৰি বাৰে বাৰে,
আত পাছে পশয় ভিতৰ ॥১৭৬
নাটগৃহ এৰি যাই, জগ মোহনক পাই,
বন্দে নম্র হুয়া অতিশয়।
কৰি সবে কৃতাঞ্জলি, ধীৰে ধীৰে যাই চলি,
পাছে দৌল্ প্ৰৱেশ হোৱয় ॥১৭৭
দেখি মাধৱৰ মুখ, মনত মিলয় সুখ,
আনন্দে শিহৰে সৰ্ব্ব গাৱ।
শিৰে নমস্কাৰ কৰি, হস্তে কৃতাঞ্জলি কৰি,
হোৱে অতি মহা প্ৰেম-ভাৱ ॥১৭৮
ফল, পুষ্প নিবেদিয়া, ৰজত সুৱৰ্ণ নিয়া,
মাধৱত সবে সমৰ্পয়।
কতো দেই কড়া কাঞ্চি, আপুন মঙ্গল বাঞ্ছি,
যাৰ যেন শকতি আছয় ॥১৭৯
দেই বস্ত্ৰ অলঙ্কাৰ, যেন অভিমত যাৰ,
অঞ্জন দিয়ন্ত পুষ্প সমে।
যিটো দিয়ে শুদ্ধভাৱে, মাধৱৰ দুই পাৱে,
তাক আউৰ কি কৰিব যমে ॥১৮০

যত বস্তু নিয়া আছে, ব্ৰাহ্মণে উছৰ্গে পাছে,
হাতে কুশ, জল, অৰ্ঘ ধৰি।
পঢ়ি মন্ত্ৰ ভাৱে ভাৱে, নিৱেদয় হৰি পাৱে,
সবে বস্তু দেয় যত্ন কৰি ॥১৮১
যিবা দেই ভক্তিভাৱে, মাধৱৰ দুই পাৱে,
তাতে তুষ্ট হোৱে যদুৰাই।
তুমি প্ৰভু! চক্ৰপাণী, লোৱাবস্তু মন জানি,
ভকতৰ বশ্যতা দেখাই ॥১৮২
আপুনি লক্ষ্মীৰ পতি, তান কিবস্তুৰ ক্ষতি,
ইতো দ্ৰব্য কিবা প্ৰয়োজন।
তুমি ত্ৰিজগত নাথ, প্ৰণামো নমায়া মাথ,
পুৰোৱাতা ভকতৰ মন ॥১৮৩
শুনা সভাসদ জন, মাধৱত দিয়া মন,
কৃষ্ণ কথা সাক্ষাতে অমৃত।
নুশুনাহা আক হেলে, ঘোৰ পৰলোকে গেলে,
লভিবা উচিত প্ৰায়শ্চিত্ত ॥১৮৪
হাতে, গলে বান্ধি পায়, যোগাইবে যমৰ ঠাই,
যাতনা ভুঞ্জাব কষ্ট কৰি।
নোহে সিটো ৰাজদূত, কৰি অতি চাপচুপ,
ৰহিবাহা ধন-বিত ভৰি ॥১৮৫

নেৰিবেক ধন পাই, নোহন্ত মনুষ্য প্ৰায়,
মিছা কহি ভাণ্ডিবে নপাৰি।
এত আছা গুপ্ত কৰি, পৰদাৰ চুৰি কৰি,
চিত্ৰগুপ্তে কহিব বিচাৰি ॥১৮৬
হেন জানি হেলা এৰি, মাধৱক হিয়ে ধৰি,
মুখে গোৱা তান গুণনাম।
কহে ৰামচন্দ্ৰ দীন, পাপমতি অতি হীন,
সঘনে ঘুষিয়ো হৰি হৰি ॥১৮৭



অৰ্চ্চনখণ্ড সমাপ্ত।

# স্তুতিখণ্ড ।

---

ঘোষা ॥ জয় কৃষ্ণ গোবিন্দ ।
রাম কৃষ্ণ মুকুন্দ ॥

পদ ॥ তাত পাছে ঠিয় হৈ ।
চুই হৰি পদ দুই ॥
সেৱা কৰে ঘনে ঘনে ।
পৰম আনন্দ মনে ॥১৮৮
বোলে মোৰ কিনো ভাগ ।
মাধৱক পালোঁ লাগ ॥
সফল জনম মোৰ ।
গুছিল পাতক ঘোৰ ॥১৮৯
আজিসে জানিলোঁ আমি ।
তুষ্ট ভৈলা নিজ স্বামী ॥
এহি বুলি বাৰেবাৰ ।
কৰে শিৰে নমস্কাৰ ॥১৯০

খনো উঠি মন কৰি।
চায়া থাকে নেত্ৰ ভৰি॥
কতো হয় প্ৰেম-ভাৰ।
ৰোমাঞ্চিত হোৱে গাৰ॥১৯১
ধাৰে প্ৰেম বহি যাই।
আনন্দৰ সীমা নাই॥
ব্ৰাহ্মণক দেই দান।
বাক্যে কৰি সনমান॥১৯২
দক্ষিণা থালত থৈ।
নিৰ্ম্মাল্যক খুজি লয়॥
আসে পাছ কৰি ভৰি।
হাতে কৃতাঞ্জলি কৰি॥১৯৩
পাছে বাজ হোৱে যাই।
ব্ৰাহ্মণে ধৰন্ত পায়॥
বোলে মোক দিব লাগে।
তোহোৰ পিতৃৰ ভাগে॥১৯৪
মাথাত নিৰ্ম্মাল্য দিয়া।
বোলে বহুকাল জীয়া॥
যি কিছু দিয়ন্ত চাই।
তৈৰ পৰা বাহিৰাই॥১৯৫

দুৱাৰীকো ধৰে পায় ।
বোলে গুৰু কিছু নাই ॥
নাই দেখি দেই ছাড়ি ।
বেত্রৰ মাৰিয়া বাৰি ॥১৯৬
তাৰ কতো কতো জন ।
বিপ্রৰ বুজিয়া মন ॥
যথাশক্তি দেই দান ।
ব্রাহ্মণক কৰি মান ॥১৯৭
পাছে বিপ্রে ৰঙ্গ কৰি ।
দক্ষিণক নেই ধৰি ॥
দুৱাৰৰ বাজ হই ।
পাছে দেখুৱান্ত গই ॥১৯৮
দেখা ব্রহ্মপুত্র বৰ ।
হেৰা দেখা ভৃঙ্গেশ্বৰ ॥
দেখা গিৰিবৰ খ্যাত ।
গৰুড় আছিলা যাত ॥১৯৯
ক্রমে দেখাইলন্ত যেবে ।
তৈৰ হন্তে আসে তেৱে ॥
দেখে সিজিলন্ত কাজ ।
দুৱাৰৰ হোৱে বাজ ॥২০০

শুনা সভাসদগণ।
মাধৱত দিয়া মন ॥
শুনিয়োক তান কথা।
জন্মক নকৰা বৃথা ॥২০১
শ্ৰৱণ কীৰ্ত্তন কৰা।
ৰূপ হৃদয়ত ধৰা ॥
নামত কৰিয়ো আশ।
হৈব বৈকুণ্ঠত বাস ॥২০২
হৰি চিন্তি নিয়া কাল।
তেৱেসে জীৱন ভাল ॥
সংসাৰ তৰিবা যেবে।
হৰি হৰি বোলা তেবে ॥২০৩



স্তুতিখণ্ড সমাপ্ত।

# পঞ্চতীৰ্থখণ্ড।

---

ঘোষা ॥ ৰাম নাৰায়ণ কৃষ্ণ মাধৱ গোবিন্দ।
অন্তকে ধৰিছে কেশে নাথ অৰবিন্দ ॥

পদ ॥ আৰু এক কথা কহোঁ শুনা আত পৰে।
থাকয় ভিখাৰী খাট শৰীৰ কাষৰে ॥
দুই শাৰী হুয়া থাকে দেখিবাক ভাল।
কানি পাৰি থোৰে, কতো পাতি থাকে থাল ॥২০৪
নামিব খোজন্তে পাছে সবে গেৰি পাৰি।
ৰিঙ্গাৰৱ কৰি খোজে অনেক ভিখাৰী ॥
কতোজনে দেই কিছু কতো বোলে নাই।
দিব নোৱাৰিয়ে কতো লৰৰি পলাই ॥২০৫
মোক দিয়া বুলি মাগে, হাতে বস্ত্ৰ ধৰি।
নপাইলোঁ বুলিয়া খোজে কাওঁ কাওঁ কৰি ॥
খেদি আসি ধৰে কতো কৰি আতি চটি।
সামান্য জনক ধৰি কৰে লটি ঘটি ॥২০৬

হাতৰ এৰায়া লড় দেই দান নেদি।
নপাইলো বুলিয়া পাছে পাছে নেই খেদি ॥
কতো দূৰ খেদি নিয়া পাছে নিৰৰ্ত্তয়।
ভিক্ষা নপাই লাজ হুয়া মাথা নোতোলয় ॥২০৭
লাজ শ্ৰম পায়া পাছে আসে আলি আলি।
মাথা ঢাকুৰিয়া পাৰে বিধাতাক গালি ॥
আপুনাৰ অদৃষ্টক স্মৰি কৰে দুখ।
আমাক স্ৰজিলি তই কৰিয়া ভিক্ষুক ॥২০৮
এহি মতে নিৰন্তৰে লোক নামি যায়।
পাছে প্ৰবেশয় গৈয়া কামেশ্বৰ ঠাই ॥
শিৱক দেখিয়া পাছে কৰয় মিনতি।
যি কিছু পাৰয় বিত্ত দেয় তাঙ্ক প্ৰতি ॥২০৯
অপুনৰ্ভৱক পাছে দেখে পুনৰ্ব্বাৰ।
যাত স্নান কৰিলে জনম নাহি আৰ ॥
শুনা ইতো পুণ্যকথা সভাসদ যত।
পঞ্চতীৰ্থ-ক্ৰম এহি মতে সমাপত ॥২১০
ক্ৰমে পঞ্চতীৰ্থ কৰে যিটো নৰোত্তম।
কি কৰিবে আপুনি আসিয়া ৰাজা যম ॥
ইহলোকে হোৱে নৰ পৰম নিষ্পাপ।
নপাৰয় একো দুখে হৰে তিনি তাপ ॥২১১

নিকটতে মৰে যদি দেশান্তৰে যাই।
অন্তকালে পাইবে সিতো বৈকুণ্ঠত ঠাই ॥
বৈকুণ্ঠক যাই চতুর্ভুজ ৰূপ ধৰি।
হৰিৰ সদৃশ হুয়া থাকা ৰঙ্গ কৰি ॥২১২
ক্রম এৰি মাধৱক দেখে যিটোজন।
তাৰ ফল শ্রুতি কহোঁ কৰিয়ো শ্রৱণ ॥
মাধৱক দেখে যাই মনত হৰিষে।
তথাপি মুকুতি দেই জগত্তৰ ঈশে ॥২১৩
আৰু এক কথা কওঁ শুনা এত পৰে।
মাধৱক চাওঁ বুলি যাই যিটো নৰে ॥
মাধৱক মনে ধৰি কৰয় গমন।
তাৰ নিজ কৰ্ম্মে পথে মিলয় মৰণ ॥২১৪
তাৰ কলিকৃত পাপ সবে নষ্ট কৰি।
দিয়ে মুকুতিৰ পদ হয় ৰূপী হৰি ॥
যাইবাক নপাৰে বল শৰীৰত নাই।
গৃহে মাধৱৰ ৰূপ থাকন্ত ধিয়াই ॥২১৫
অন্তকালে সিতোজন শৰীৰ এৰিয়া।
বৈকুণ্ঠক যায় দিব্য বিমান চৰিয়া ॥
যিতোজন পৰাধীন যাইবে নপাৰয়।
পৰত কৰিয়া মাত্র সন্দেশ দিয়য় ॥২১৬

যাতে ভক্তিভাৱে দিয়ে যত দ্রব্যচয়।
তাৰ ফলে সিটো পাছে মুকুতি লভয় ॥
ইসব মহিমা এবে এহিমানে থওঁ।
নোযোৱা জনৰ কথা শুনা এবে কওঁ ॥২১৭
আপুনি নযাই যিটো আনকো বান্ধয়।
লোকতো কৰিয়া কিছু বিত্ত নেদিয়য় ॥
কি কৰিবা গৈ কিটো বা দেখিবা।
জড় মাধৱৰ পাশে কি ফল লভিবা ॥২১৮
এনে বাক্য বোলে যিটো পাপী দুৰাচাৰ।
জিহ্বা কাটি বিষ্টামূত্রে পেলাইবেক তাৰ ॥
নাচাৱে হৰিৰ ৰূপ চক্ষুয়ে যাহাৰ।
যমদূতে ধৰি চক্ষু কাঢ়িবেক তাৰ ॥২১৯
যাৰ মাথে মাধৱক নকৰে প্রণত।
শিৰ কাটি পেলাৱয় উৎসৃষ্ট গর্ত্তত ॥
নানা শাস্তি কৰে যমদূতে এইবুলি।
মাধৱ প্রভুক তই মান্য নকৰিলি ॥২২০
শুনা সভাসদ মই কৰিছো কাকুতি।
আগম শাস্ত্রৰ জানা এই সে যুগুতি ॥
এতেকেসে তোৰা সবে শুনিবা সদাই।
মাধৱত পৰে আউৰ আন গতি নাই ॥২২১

সততে কৰিয়ো তান শ্ৰৱণ কীৰ্ত্তন।
তেবেসে নযাইবা ঘোৰ শমন সদন ॥
বোলয় শ্ৰীৰামচন্দ্ৰে কৰিয়া মিনতি।
বোলা হৰি হৰি পাইবা হাতত মুকুতি ॥২২২



পঞ্চতীৰ্থখণ্ড সমাপ্ত।

# উৎসৱখণ্ড ।

---

ঘোষা ॥ কৰিয়ো উদ্ধাৰ মাধৱ বন্ধু ।
ভকত জনৰ তুমিসে বন্ধু ॥

পদ ॥ আত অনন্তৰে শুনিয়ো কথা ।
যেন যাত্ৰা কৰে কহো ব্যৱস্থা ॥
উত্থায়ন কাল মিলিল যেৱে ।
যাত্ৰা মহোৎসৱ কৰন্ত তেৱে ॥২২৩
উত্থায়ন ধৰি নানা প্ৰজা মনে ।
চলি যান্ত প্ৰভু আনন্দ মনে ॥
বিঘ্নিৰ ঈশ্বৰ আছে যি ঠাই ।
সবে মেল কৰে তহিতে যাই ॥২২৪
প্ৰথমে মাধৱে দোল বাজ হৈ ।
প্ৰজায়ে সহিতে চলিয়া যাই ॥
পৰ্ব্বতৰ পৰা নামিয়া আসে ।
মধ্যাহ্নে আদিত্য যেন প্ৰকাশে ॥২২৫

মাথাৰ ওপৰে ছত্ৰ ধৱল।
লগাই আছে তাত সুৱৰ্ণ জল॥
দুয়ো পাশে ছলে চামৰ ধৰি।
নিয়ে ছত্ৰ দণ্ড আগত কৰি॥২২৬
চতুৰ্ভিতে চলে বাদ্য বজাই।
উপমা দিবাৰ নাহিক ঠাই॥
ব্ৰাহ্মণ সকলে পঢ়য় বেদ।
শঙ্খ, ঘণ্টা-শব্দ নাহিকৈ ছেদ॥২২৭
কাহালি মহৰি কৰয় ৰোল।
ঝাঞ্জৰ, ডগৰ, বজাৱে ঢোল॥
দুন্দুভি, ভেৰুক বজাৱে চানি।
বৰকাংসে কোব দিয়য় টানি॥২২৮
সিঙ্গা, বেনু, বীণা, নাগৰা-ৰৱে।
বজাই যাই বহুবিধ ভাৱে॥
কতো ৰাগ দিয়া গাৱয় গীত।
সজ্জন জনৰ ৰঞ্জিয়া চিত॥২২৯
খোল ধৰি বাদ্য বায়নে বাৱে।
নৰ্ত্তকী নাচে নানা ভঙ্গী ভাৱে॥
বিয়াহে কৰয় পদকীৰ্ত্তন।
বৈষ্ণৱ জনৰ সন্তোষি মন॥২৩০

সংকীৰ্ত্তন কৰে কতো গায়নে।
প্ৰেমত লোতক ঝৰে নয়নে ॥
এহিমতে যায় মাধৱ হৰি।
সব নৰ-নাৰী যাই আৱৰি ॥২৩১
পুৰবাসী যত সুন্দৰী আছে।
মাধৱ আসন্ত শুনিলা পাছে ॥
গাৱৰ বস্ত্ৰৰ নাহিকে থৰ।
লৱৰি আসয় এৰিয়া ঘৰ ॥২৩২
কতো জনী আছে কৰি ৰন্ধন।
কতো বালকক পীৱায়ে স্তন ॥
স্বামীৰ সেৱা কতো আছে কৰি।
সবাকো ত্যজিয়া আসে লৱৰি ॥২৩৩
পদূলী, পদূলী মঙ্গল কৰি।
চায়া থাকে কতো নয়ন ভৰি ॥
কতো নাৰী পুণ্য ঘটক ধৰি।
ঘৃতৰ প্ৰদীপ লৈলা সাদৰি ॥২৩৪
কোনো কোনো জনী মাধৱ বুলি।
আগ বাঢ়ি গৈয়া দিয়ে উৰুলি ॥
কোনো জনী দুৰ্ব্বিক্ষতক লৈয়া।
মাধৱৰ শিৰে সিঞ্চায়ে গৈৱা ॥২৩৫

এহিমতে যেবে মাধৱ ৰাই।
পাইলন্ত আসি গণেশৰ ঠাই ॥
যত নৰ নাৰী মঙ্গল কৰি।
আগ বাঢ়ি গৈয়া আনে সাদৰি ॥২৩৬
কেদাৰো আসিলা কৰিয়া ৰঙ্গ।
আসিলা পাৰ্ব্বতী তাহান সঙ্গ ॥
এই মহাদেৱ সভাৰ মাঝে।
চমৎকাৰ ৰূপ ধৰিঁ বিৰাজে ॥২৩৭
ব্ৰাহ্মণ সকলে পঢ়য় স্তুতি।
কৰ যোড় কৰি কৰন্ত নতি ॥
দণ্ড, ছত্ৰ, শ্বেত চামৰে, ঢোলে।
নানা সদাশিৱ শঙ্কৰ বোলে ॥২৩৮
নানা বাদ্য যন্ত্ৰ বজাৱে তালে।
তাল ধৰি গীত গাৱে গীতালে ॥
অঙ্গীভঙ্গী কৰি নৰ্ত্তকী নাচে।
গণেশৰ ঠাই পাইলন্ত পাছে ॥২৩৯
আপুন পুত্ৰৰ দেখিয়া মুখ।
পিতৃ মাতৃ দুইৰো মিলিলা সুখ ॥
দেখিলন্ত যেবে ভূতৰ পতি।
সকলো জগতে কৰিলা মতি ॥২৪০

কমলো আসন্ত মনত ৰঙ্গে।
আপোন গণক কৰিয়া সঙ্গে ॥
আসে কামেশ্বৰ আনন্দে ধাই।
নানা বিধ বাদ্য সঙ্গে বজাই ॥২৪১
এহিমতে দুয়ো আসিলা যেৱে।
গণেশৰ ঠাই পাইলন্ত তেৱে ॥
বসিলন্ত সবে আসন পাৰি।
আনন্দ পাইলা সবে নৰ নাৰী ॥২৪২
চাৰিকো দেখিয়া বিঘ্নিৰ ঈশে।
কৰিলন্ত পূজা অতি হৰিষে ॥
গাৱে গাৱে দিলা নৈৱেদ্য আনি।
কৰিলা প্ৰণাম ঈশ্বৰ মানি ॥২৪৩
তেসবে তাঙ্ক বহু আশ্বাসিলা।
নানা উপায়ন প্ৰসাদ দিলা ॥
ইৰূপে যেৱে সভা পাতি আছে।
মহা মহোৎসৱ মিলিলা পাছে ॥২৪৪
ভক্ত সবে কৰে নাম কীৰ্ত্তন।
পৰম উৎসৱ সন্তোষ মন ॥
অনেক লোক হুয়া এক ঠাই।
নৃত্য গীত কৰে বাদ্য বজাই ॥২৪৫

নানা বাদ্য ভণ্ড বজাৱে তাত।
তাৰ কোলাহলে নুশুনি মাত ॥
কামেশ, কমল, মাধৱ-ভৱ।
এহি বুলি সবে কৰে উৎসৱ ॥২৪৬
তেসম্বে ৰহস্য আলাপ কৰি।
আশ্বাসয় অন্যে অন্যক ধৰি ॥
এহিমতে কাৰ্য্য সিজিল যেৱে।
সভা ভঙ্গ কৰি উঠিলা তেৱে ॥২৪৭
আপোন যানত উঠিলা যাই।
স্বকী, স্বকী স্থানে গৈলা ভুনাই ॥
হৰিহৰ-পদে কৰি প্ৰণতি।
বোলা হৰি হৰি পাবা মুকুতি ॥২৪৮



**উৎসৱখণ্ড সমাপ্ত।**

# জ্ঞানখণ্ড ।

---

ঘোষা ॥ ৰাম কৃষ্ণ দয়াল ।
ত্ৰাহি ত্ৰাহি গোপাল ॥

পদ ॥ শুনিয়োক সভাসদ ।
মাধৱ-বৰ্ণন পদ ॥
কলিত শ্ৰৱণ বিনা ।
নাহি নাহি ধৰ্ম্ম শুনা ॥২৪৯
তপ, জপ, তীৰ্থ ব্ৰত ।
দান, ধ্যান, আছে যত ॥
যোগ, যজ্ঞ পূজাচয় ।
ইসবৰ ফলোদয় ॥২৫০
আনো নানা যত বিধি ।
ঐত হোৱে সৰ্ব্ব সিদ্ধি ॥
নাহি আত কুলাচাৰ ।
শৌচাশৌচ প্ৰতীকাৰ ॥২৫১

নিয়ম সংযম যত।
অৱস্থা, ব্যৱস্থা মত ॥
আনো নানা বিচাৰণ।
নলাগে বিস্তৰ ধন ॥২৫২
শৰীৰৰ কচিকৰ।
পৌৰুষ পাণ্ডিত্যতৰ ॥
বল, পৰাক্ৰম বুদ্ধি।
নলাগে স্থানৰ শুদ্ধি ॥২৫৩
কিন্তু চিত্ত ধৈৰ্য্য ধৰি।
শুনিয়োক শ্ৰদ্ধা কৰি ॥
এৰি যত আন কাম।
মুখে লৈয়ো কৃষ্ণ নাম ॥২৫৪
দেখা কেন বিপৰীত।
পাৱে নৰে প্ৰতিনিত ॥
সংসাৰ অৰণ্যকাষে।
দেহ-গৃহ নিৰ্ম্মি আছে ॥২৫৫
মোহ-ৰজনীক পাই।
কাল চোৰ ধায়া যাই ॥
নৱ গোটা সিন্ধি পাই।
সেহি ঘৰে পশি যাই ॥২৫৬

ধৈর্য্য-বিত্ত লৈয়া পাছে ।
কৌতুক কৰিয়া নাচে ॥
জ্ঞান খণ্ড হাতে ধৰি ।
বৈৰাগ্য ঢাকন কৰি ॥২৫৭
স্বধৰ্ম্ম-কৱচ গাৱে ।
পিন্ধিয়োক দৃঢ় ভাৱে ॥
বিবেক চক্ষুক মেলি ।
জাগি থাকা নিদ্ৰা হেলি ॥২৫৮
এহিমতে ধৈৰ্য্য বিত্ত ।
ৰাখিয়োক প্ৰতিনিত ॥
পাছে সেহি বিত্ত নিয়া ।
মাধৱৰ পাৱে দিয়া ॥২৫৯
ভক্তিৰস কিনিয়োক ।
গুছোক সংসাৰ শোক ॥
অস্থিৰ শৰীৰ পাই ।
কিয় আছা বাট চাই ॥২৬০
পুত্ৰ, ভাৰ্য্যা, ধন, জন ।
গৃহ-বাৰী পশুগণ ॥
ক্ষেণেকে উৰাৱে কালে ।
পৰমাৰ্থ লৈয়ো ভালে ॥২৬১

কৃষ্ণ কথা মনে ধৰি।
মোৰ দোষ পৰিহৰি॥
শুনা মাধৱৰ কথা।
জনম নকৰা বৃথা॥২৬২
কেন্দু গুৰি নামে গ্ৰাম।
শস্যে, মৎস্যে অনুপাম॥
বহে নদী অবিশ্ৰাম।
দিলীহ যাহাৰ নাম॥২৬৩
তাৰ তীৰে কৰি ঘৰ।
আছিলন্ত পাত্ৰবৰ॥
যুদ্ধত যাহাৰ মন।
অৰিকুল বিমৰ্দ্দন॥২৬৪
বহু সংগ্ৰামত জয়।
অদ্যাপি যশস্যা কয়॥
কৰতোৱা নদী কাষে।
অদ্যাপি পুখুৰী আছে॥২৬৫
যাক ব্ৰহ্ম পুত্ৰবৰ।
দিলা কৰি দয়াতৰ॥
তীৰ্থৰাজ মহা মানী।
নাগফণা দিলা আনি॥২৬৬

দেৱৰো প্ৰসাদ পাই।
অৱনত কৰি কায় ॥
সেৱা কৰিলন্ত পৰি।
পাৱক আসিলা লৰি ॥২৬৭
ইকথা বিস্ময় নুই।
জানা ইটো সত্য হুই ॥
তেন্তে মোৰ আদি মূল।
বংশৰ কমল ফুল ॥২৬৮
তাহান সন্ততি ধাৰা।
চলি আছে পৰম্পৰা ॥
বৰ পাত্ৰ নাম লৈল।
অনেক পুৰুষ গৈল ॥২৬৯
অধিকাৰী পদ পাই।
গৈলা লোক প্ৰবৰ্ত্তাই ॥
সেহি বংশে ভৈলো জাত।
ৰামচন্দ্ৰ নামে খ্যাত ॥২৭০
বৰ পাত্ৰ নাম ধৰি।
আছো ৰাজ সেৱা কৰি ॥
মোৰ কিছু গুণ নাই।
শুনিয়োক অভিপ্ৰায় ॥২৭১

যেহেন বালকগণে।
চন্দ্রক ধৰিব মনে॥
ওপৰক হাত তোলে।
পাইলোঁ পাইলোঁ হেন বোলে॥২৭২
আৰু যেন সৰ্ব্বজনে।
হাত মেলে ঘনে ঘনে॥
উচ্চ বৃক্ষ ফল কামে।
ঘুৰি ফুৰে স্থানে স্থানে॥২৭৩
তেনে মোৰ পটন্তৰ।
বুজিয়োক বুধ নৰ॥
নাহি মোৰ জ্ঞান শক্তি।
যেন লৈল মোৰ মতি॥২৭৪
তথাপিটো পদ বন্ধে।
দীৰ্ঘ, হ্ৰস্ব নানা ছন্দে॥
তন্ত্ৰ পুৰাণৰ অৰ্থ।
নিৰন্ধিলো পুণ্য পথ॥২৭৫
পণ্ডিত ব্ৰাহ্মণ যত।
বিচাৰিয়া শাস্ত্ৰ মত॥
প্ৰৱন্ধে কহিলো কথা।
নাহি আত অন্যৱথা॥২৭৬

অন্তৰ্য্যামী নাৰায়ণ ।
যি ধৰাইলা মোৰ মন ॥
সিমতে কৰিলোঁ পদ ।
শুনা সবে সভাসদ ॥২৭৭
ইহাত দূষণ নাই ।
নিন্দিবাক নুযুৰাই ॥
যেন শশধৰ কৰে ।
খদ্যোতে প্ৰকাশ কৰে ॥২৭৮
যেন বাৰৱাগ্নি কাষে ।
ফুলিঙ্গা প্ৰকাশি আছে ॥
গৰুড়ৰ আগ পাই ।
যেহেন টিপচি ধাই ॥২৭৯
যেহেন কোকিল স্বৰে ।
মণ্ডুকে ওৱাৰ কৰে ॥
ৰোহিতৰ আগ ধৰি ।
সফৰীৰ ফৰ ফৰি ॥২৮০
যেন স্বৰ্ণ মেৰুবৰে ।
উঠিয়া প্ৰকাশ কৰে ॥
ইসব দৃষ্টান্ত ধৰা ।
মোৰ নিন্দা পৰিহৰা ॥২৮১

নমো নমো কৃষ্ণদেৱ ।
কৰো লক্ষ কোটি সেৱ ॥
মোৰ অপৰাধ যত ।
সংখ্যা কৰিবোহো কত ॥২৮২
তোমাৰ মহিমা যত ।
কোনে কহি পায় অন্ত ॥
এতেকে মোহোৰ দোষ ।
ক্ষেমিয়োক হৃষীকেশ ॥২৮৩
ইমান প্ৰাৰ্থনা কৰো ।
দান্তে তৃণ তুলি ধৰোঁ ॥
তুমি প্ৰভো ! অন্তৰ্য্যামী ।
হৃদয়ে থাকিয়ো স্বামী ॥২৮৪
চেতাইলা যি কিছু মোক ।
ভাল বা মন্দ বাহোক ॥
সেহি কৰ্ম্মে তুষ্ট হুয়া ।
দোষ মোৰ মৰষিয়া ॥২৮৫
চৰণত দিয়া ঠাই ।
যাক পাইলে পাত নাই ॥
মোৰ মুখে তযু নাম ।
আসন্তোক অবিশ্ৰাম ॥২৮৬

বৈষ্ণৱৰ সঙ্গ পায়া।
ৰঙ্গে তযু নাম গায়া॥
তযু কথামৃত সিন্ধু।
মাজে নিমজিয়া বন্ধু॥২৮৭
যেন এৰাই দুখ-তাপ।
হেন কৰা জগবাপ॥
এহি বিত্ত দিয়া মোক।
ভৃত্য বুলি মানিয়োক॥২৮৮
পতিত পাৱন জানি।
সেৱা কৰো মনে মানি॥
নপ্ৰাৰ্থোহো কিছু আন।
নাহি অন্য এত কাম॥২৮৯
কহয় শ্ৰীৰাম দাস।
মাধৱ চৰণে আশ॥
বৈকুণ্ঠত যাৰ কাম।
বোলা সবে ৰাম ৰাম॥২৯০



জ্ঞানখণ্ড সমাপ্ত।

# কবি-নিৰূপিত পুথিৰ কাল।

---

ঘোষা ॥ এ দীন-দুখহাৰী ।

ভকত-অভয়দাতা গোবৰ্দ্ধনধাৰী ॥

পদ ॥ সৌমাৰ পীঠৰ গৰ গ্ৰাম নাম যাৰ ।
সেহি স্থানে থাকি মই ৰচিলো পয়াৰ ॥
নামত যোগিনী তন্ত্ৰ মহেশৰ বাণী ।
পৰম সাদৰে যাক শুনিলা গোসানী ॥২৯১
আৰু এক কথা কওঁ শুনিয়ো সম্প্ৰতি ।
যিকালত পুস্তক ভৈলন্ত সমাপতি ॥
প্ৰপঞ্চ কৰিয়া আৰ ৰচিবো পয়াৰ ।
তিথি, মাস, বাৰ, অব্দ কৰিবো প্ৰচাৰ ॥২৯২
নক্ষত্ৰাদি যোগফল, সকলো বৰ্ণিবো ।
ইসবক দিয়া পদ ৰচনা কৰিবো ॥
বসুগণ প্ৰথমে মিলিয়া যেবে আছে ।
তাৰ বাম পাশে মহা আকাশ প্ৰকাশে ॥২৯৩

তাত পাছে ঋতু সব যাই কালক্রমে।
তাত অনন্তৰে বস্ত্রে চলে শসাসমে॥
ক্রমে চলি যান্ত ইটো করি বাম গতি।
এহি ভাবে জানিবাহা অঙ্কৰ যুকুতি ॥২৯৪
উত্তৰ ফাল্গুনী, কন্যা, সমে দিৱাকৰ।
তাৰ লগে হস্তা সমে আছে শশধৰ॥
শুক্ল প্ৰতিপদ তিথি, ছয় দিন গতে।
বুধ বাসৰৰ দিন দণ্ডেক আছন্তে ॥২৯৫
কুম্ভে লগ্ন পৰযেষ্টি যোগ সেহিবেলা।
আত পাছে শুনা গ্ৰহ সকলৰ মেলা॥
সূৰ্য্য শশী বুধ শনি, আছে কন্যা ৰাশি।
বৃশ্চিকত আছে গুৰু বৃহস্পতি আসি ॥২৯৬
কুম্ভে লগ্নে বুধে ৰাহু হুয়া আছে স্থিতি।
সিংহে শুক্র মঙ্গলক দেখিয়ো সম্প্ৰতি॥
আত পাছে নৱাঙ্গকে আছে যিবা গ্ৰহ।
তাৰ কথা কওঁ এবে কৰিয়া সংগ্ৰহ ॥২৯৭
মীনত আছন্ত সূৰ্য্য পুত্ৰ সমে আসি।
বৃষভত ৰাহু চন্দ্ৰে আছন্ত প্ৰকাশি॥
লগ্ন সমে শুক্র ঋষি আছে মিথুনত।
গুৰু ভূমি পুত্ৰ আছে সিংহৰ লগত ॥২৯৮

প্ৰমদা ৰাশিত আছে চন্দ্ৰ পুত্ৰবৰ।
লগ্নৰ চতুৰ্থে আছে হুয়া একেশ্বৰ॥
দিলোহোঁ ইসব লেখা পঞ্জিকাত পাই।
বৎসৰ বুজিবা বস্থ আছে যিবা ঠাই॥২৯৯
বুলিবাহা ইসবত কিবা প্ৰয়োজন।
দিবো এবে পূৰ্ব্ব সাক্ষী কৰিয়োক মন॥
পূৰাণৰ সূৰ্য্য যিটো শ্ৰীভাগৱত।
ব্যাসদেৱ দিয়া আছে পঞ্চম মুখত॥৩০০
এতেকে কৰিলো আক পৰম সাদৰে।
পুস্তক সমাপ্ত কাল বুজিবাৰ তৰে॥
মোৰ যত বঢ়াটুটা দোষক নধৰি।
কহয় শ্ৰীৰামচন্দ্ৰে বোলা হৰি হৰি॥৩০১

---

মাৰ্গ শীৰ্ষেশীতে পক্ষে চতুৰ্থ্যাং ভৌমবাসৰে।
হৰিমিশ্ৰেণ বিপ্ৰেণ লিখিতা পুস্তিকাশুভা॥



সমাপ্ত।

# স্তুতি-গীত ।



ৰাগ—মাল্‌চী ।

নমো হয়গ্ৰীৱ প্ৰভু অনন্ত স্বৰূপ ।
সহস্ৰ মূৰতি তুমি ব্ৰহ্মাৰ স্বৰূপ ॥

পদ ॥ আদি পুৰুষ তুমি মহল শৰীৰ ।
বিশ্ব-দুখ-হাৰী শুদ্ধ কৰ্ম্মৰ থিৰ ॥
সমস্ত আদিত্য-বহ্নি-তেজ-বৃদ্ধিকাৰী ।
চৰণে প্ৰণাম কৰো হয় ৰূপধাৰী ॥
কহে ৰাম দাসে দীন ভকতি-বিহীন ।
আন গতি নাই বিনে তোহাৰ চৰণ ॥ ১



ৰাগ—বঙ্গলা কাফি ।

নমো হয় বদনাৰে—
গলে শোভে মতিৰ মালা ।

পদ ॥ দোহো কৰে শঙ্খ, পদ্ম, শশধৰ কলা ।
পুস্তক ধৰিছা হাতে আৰু অক্ষমালা ॥
ভকত-বৰদ স্বামী তুমি তাপহাৰী ।
মণিকুটে স্থিত মধুসূদন মুৰাৰী ॥

কোটি জনম কৃত যত পাপচয়।
তয়ু মুখ দৰশনে সবে দূৰ হয়॥
হয়গ্ৰীৱ ৰূপী প্ৰভু তুমি দুখহাৰী।
কহে ৰাম দাসে তুৱা চৰণ ভিখাৰী ॥২

---

ৰাগ—বঙ্গলা কাফি।

খেলত নন্দকে লাল মহাৰঙ্গে হলি।
আবিৰ অৰগজ মোহপৰ হলি॥
চন্দন ভৰল এগুঁৰি॥
কৰতাল, মৃদঙ্গ বিনা বজাৱে হলি।
খেলত কিশোৰ কিশোৰী॥ ৩

---

ৰাগ—আশোৱাৰী।

হৰি তেৰি মাধৱ গোৱিন্দ নাম।
ওহি নাম গাই, দৈত্য বলিৰায়,
দ্বাৰে ৰাখল অবিৰাম।

পদ॥ ত্ৰাহি হৰি বুলি গজেন্দ্ৰে শৰণ লৈলা,
প্ৰভু এক মনে।
কৰে চক্ৰ ধৰি, গ্ৰাহ-মুখ ছিৰি,
ৰাখিলা তাক তেখনে॥
ভক্ত প্ৰহ্লাদৰো, প্ৰতিজ্ঞা পূৰণ,
কৰিলা তুমি স্বৰূপ।

তন্ত হস্তে বাজ, সাধি নিজ কাজ,
প্ৰকট নৰসিংহ ৰূপ ॥
ভক্ত ৰজা সব, বন্ধ কৰি থৈলা,
পাপ বুধি জৰাসন্ধ।
সি সবৰ বান্ধ, চেদাইলা মাধৱ,
দূৰ কৈলা দুখধন্ধ ॥
দৰিদ্ৰ ভৰণ, জীৱৰ তাৰণ,
সংসাৰ মোচন কাৰী।
ৰাম দাস প্ৰভু, চৰণে শৰণ লৈলো,
হওঁ তুৱা পদ বলিহাৰী ॥ ৪

---

নমো তুৰঙ্গ বদনায় নমো নমঃ।
নমো বাজিবক্ত্ৰায়, ভকত বৰদায়,
শুক্লায়ন নমো নমঃ ॥
নমো ব্ৰহ্ম স্বৰূপায়, সহস্ৰ মূৰ্ত্তি ধৰায়,
মাধৱায় নমো নমঃ ॥

---

প্ৰণতোহস্মি! প্ৰণতোহস্মি!! প্ৰণতোহস্মি!!!